অসমীয়া

# সাহিত্য-প্ৰবেশ ব্যাকৰণ।



১৮৪২ শক।

প্ৰথম তাঙ্গৰণ।

শ্ৰীশনিৰাম বৰা।



মূল্য ৸০ অনা মাথোন।

# সাহিত্য-প্ৰবেশ ব্যাকৰণ।

## সূচী।

## সূচী।

# সাহিত্য-প্ৰবেশ ব্যাকৰণ।

## ১। ভাষা আৰু ব্যাকৰণ।

১। যিবিলাক অৰ্থথকা মাতেৰে মানুহে মনৰ ভাৱ প্ৰকাশ কৰে, তাৰ নাম ভাষা।

২। মানুহ জাতিৰে পতি নিজৰ একোটা সুকীয়া ভাষা। এইদৰে পৃথিবীত প্ৰায় চাৰি হেজাৰ ভাষা আছে। অসমীয়াবিলাকৰ ভাষাৰ নাম অসমীয়া ভাষা।

৩। অসমীয়া ভাষা দুই প্ৰকাৰ, যেনে কথিত আৰু লিখিত।

৪। কথিত ভাষা ঠাই বিশেষে প্ৰায় ভিন্ন ভিন্ন। লিখিত ভাষা কিন্তু সমুদায় অসমীয়াৰ একে। এতেকে এই লিখিত ভাষাই অসমীয়াৰ সাধাৰণ ভাষা আৰু ইয়াক সাধু ভাষাও বোলে।

৫। যি পুথি পঢ়িলে ভাষা শুদ্ধকৈ লিখিব আৰু কবৰ নিয়ম শিকা যায়, তাৰ নাম ব্যাকৰণ।

৬। যি পুথি পঢ়িলে অসমীয়া ভাষা শুদ্ধকৈ লিখিব আৰু কবৰ নিয়ম শিকা যায়, তাৰ নাম অসমীয়া ব্যাকৰণ।

## ২। শব্দ প্ৰকৰণ।

### (১) শব্দ।

১। বিদ্যা শিকিলে মানুহ জ্ঞানী হয়। ইয়াত 'বিদ্যা' কথাই মনেৰে ভবা এবিধ বস্তুৰ নাম, 'শিকিলে' কথাই শিকা কাৰ্য্য,

'মানুহ' কথাই চকুৰে দেখা এবিধ প্ৰাণীৰ নাম, 'জ্ঞানী' কথাই বিদ্যাৰ গুণ বা ফল আৰু 'হয়' কথাই হোৱা কাৰ্য্য বুজাইছে, অৰ্থাৎ "বিদ্যা" আৰু "মানুহ" বস্তুৰ নাম বুজোৱা আৰু জ্ঞানী বস্তুৰ গুণ বুজোৱা শব্দ, আৰু শিকিলে আৰু হয় কথাই কাৰ্য্য কৰা বুজাইছে। এতেকে মানুহৰ মাতৰ ঘাই ঠাল দুটা :—শব্দ আৰু ধাতু। চকুৰে দেখা বা মনেৰে ভৰা কোনো বস্তু নাইবা সেই বস্তুৰ গুণ আদি বুজোৱা মাতক শব্দ, আৰু কাৰ্য্য কৰা বুজোৱা মাতক ধাতু বোলে।

২। অসমীয়া ভাষাত এঘাৰ প্ৰকাৰ শব্দ আছে। যেনে :— সংজ্ঞা শব্দ, গুণবোধক শব্দ, সৰ্ব্বনাম শব্দ, বিশেষণ শব্দ, সংখ্যা-বাচক শব্দ, ক্ৰিয়া-বিশেষণ শব্দ, উপশব্দ, অনুকাৰ শব্দ, অনুৰূপ শব্দ, অব্যয় শব্দ, আৰু কৃদন্ত শব্দ।

## সংজ্ঞা শব্দ।

৩। বিদ্যাই মানুহক নম্ৰ কৰে। ইয়াত 'বিদ্যাই' কথাই মনতে ভৰা আৰু 'মানুহক' কথাই চকুৰে দেখা এবিধ বস্তুৰ নাম বুজাইছে। ব্যাকৰণত এনেবোৰ কথাক সংজ্ঞা শব্দ বোলে। চকুৰে দেখা বা মনেৰে ভৰা কোনো বস্তুৰ নাম মাত্ৰকে সংজ্ঞা শব্দ বোলে। যেনে :—মানুহ, গৰু, চৰাই, মাছ, বুদ্ধি, বল, [illegible], ধন ; ইত্যাদি।

## গুণ-বোধক শব্দ।

৪। সাধুতাই মহত্বৰ চিনাকি। ইয়াত 'সাধুতা' কথাই সাধু লোকৰ গুণ বা স্বভাৱ, আৰু 'মহত্ব' কথাই মহৎলোকৰ গুণ বা স্বভাৱ বুজাইছে। ব্যাকৰণত এনেবোৰ কথাক গুণবোধক শব্দ বোলে।

যিবিলাক শব্দে বস্তুৰ গুণ বা স্বভাৱ বুজায় তাক গুণবোধক শব্দ বোলে। যেনে:—গুৰুত্ব, সাধুতা, মনুষ্যত্ব, বান্দৰালি, সোৰোপালি, ভণ্ডামি; ইত্যাদি।

## সৰ্ব্বনাম শব্দ।

৫। কালিৰামে তেওঁৰ ভনীয়েকক কিতাপ এখন দিছিল। তাক তেওঁ দোকানৰ পৰা কিনি আনিছিল আৰু তাৰ বাবে তাই তেওঁক নৰ্ঘে শলাগিছিল। ইয়াত তেওঁৰ, তাক, তেওঁ, তাই, আৰু তেওঁক কথাবোৰ ক্ৰমে কালিৰামৰ, কিতাপখন, কালিৰাম ভনীয়েকে আৰু কালিৰামক কথাৰ সলনি ব্যৱহাৰ কৰা হৈছে। ব্যাকৰণত এনেকৈ অন্য কথাৰ নামৰ সলনি ব্যৱহাৰ কৰা কথাবোৰক সৰ্ব্বনাম শব্দ বোলে।

যি শব্দ অন্য কোনো কথাৰ নামৰ সলনি ব্যৱহাৰ কৰা যায় তাক সৰ্ব্বনাম শব্দ বোলে। যেনে:—মই, আমি, তুমি, তেওঁ, সি, তাই, সেই, এই, যি, কোন; ইত্যাদি।

## বিশেষণ শব্দ।

৬। শুদা গাত চেঁচা বতাহ লাগিলে জৰ হয়। ইয়াত শুদা আৰু চেঁচা কথাই ক্ৰমে গাত আৰু বতাহ কথাৰ অৱস্থা বুজাইছে বা সিইতক সেই জাতীয় অন্যবিলাকৰ পৰা বেলেগকৈ দেখাইছে। ব্যাকৰণত এনেবোৰ কথাক বিশেষণ শব্দ বোলে।

যিবোৰ কথাই অন্য বস্তুৰ অৱস্থা বুজায় বা এটাক সেই জাতীয় অন্যবিলাকৰ পৰা বেলেগকৈ দেখায় তাক বিশেষণ শব্দ বোলে। যেনে:—ভাল, বেয়া, ডাঙ্গৰ, সৰু, বগা, বগা, সাধু, গুণী, জ্ঞানী; ইত্যাদি।

## ক্ৰিয়া-বিশেষণ শব্দ।

৭। ৰাম বেগাই আহিছে, তেওঁৰ সমান খৰকৈ লিখোঁতা কোনো নাই, বৰ বেগাই নেখাবা, সদায় আহিবা, আৰু কলৈ যোৱা। ইয়াত 'বেগাই' কথাই আহিছে ক্ৰিয়াৰ, 'খৰকৈ' কথাই লিখোঁতা কৃদন্ত শব্দৰ, আৰু 'বৰ' কথাই বেগাই ক্ৰিয়া বিশেষণৰ অৱস্থা বুজাইছে ; আৰু 'সদায়' কথাই আহিবা ক্ৰিয়াৰ কাল আৰু 'কলৈ' কথাই ক্ৰিয়াৰ ঠাই দেখাইছে। ব্যাকৰণত এনেবোৰ কথাক ক্ৰিয়াবিশেষণ শব্দ বোলে।

যিবিলাক কথাই কোনো ক্ৰিয়া, কৃদন্ত শব্দ বা অন্য এটা ক্ৰিয়া বিশেষণৰ অৱস্থা দেখায়, নাইবা ক্ৰিয়াৰ কাল আৰু ঠাই বুজায়, তাক ক্ৰিয়া বিশেষণ বোলে। যেনে :—ভালকৈ, সদায়, খৰহকৈ, ভালমতে, বেগাই, কেতিয়া, যেতিয়া ইত্যাদি।

## সংখ্যাবাচক শব্দ।

৮। চাৰিজন লৰা পঢ়ে। ইয়াত 'চাৰি' কথাই লৰাৰ লেখ বুজাইছে। ব্যাকৰণত এনে বোৰ কথাক সংখ্যাবাচক শব্দ বোলে।

যিবোৰ কথাই কোনো প্ৰাণী, বস্তু আদিৰ লেখ বুজায় তাক সংখ্যা বাচক শব্দ বোলে। যেনে :—এক, পাঁচ, সাত, হেজাৰ, চতুৰ্থ, অষ্টম ; ইত্যাদি।

## অনুকাৰ শব্দ।

৯। ৰেল গুম-গুমাই আহিছে আৰু পানী ছৰ-ছৰাই পৰিছে। ইয়াত ৰেলগাড়ী চলাত ওলোৱা শব্দৰ সলনি 'গুম্-গুম্' আৰু পানী ওপৰৰ পৰা পৰোঁতে ওলোৱা মাতৰ সলনি 'ছৰ্-ছৰ্' কথা ব্যৱহাৰ কৰা হৈছে। ব্যাকৰণত এনেবোৰ কথাক অনুকাৰ শব্দ বোলে।

কোনো চৰাই, পশু বা বাদ্য আদিৰ মাত নাইবা কোনো ঠাইত কোনো বস্তু ঠেকা খালে তাৰ পৰা ওলোৱা মাতক যেতিয়া মানুহে মুখেৰে সেইৰূপে উচ্চাৰণ কৰে, তাক অনুকাৰ শব্দ বোলে। যেনে :—কা-কা, টং-টং, হৰ্-হৰ্, মৰ্-মৰ্ ; ইত্যাদি।

## উপশব্দ।

১০। লৰাজনে চাৰিটা আম খালে। ইয়াত 'লৰা' কথাৰ পাছত 'জন' কথা যোগ হৈ সেই লৰাক বিশেষকৈ বুজাইছে, আৰু চাৰি কথাৰ পাচত "টা" কথা যোগ হৈ আমৰ পৰিমাণ দেখাইছে। ব্যাকৰণত এনেবোৰ কথাক উপশব্দ বোলে।

যিবোৰ কথা কোনো মানুহ বা বস্তু আদিক বিশেষকৈ দেখুৱাবৰ, নাইবা কোনো বস্তুৰ আকৃতি বা পৰিমাণ বুজাবৰ কাৰণে সংজ্ঞা শব্দ, সংখ্যাবাচক শব্দ, বা বিশেষণ সৰ্ব্বনামৰ পাচত যোগ কৰা হয় তাক উপশব্দ বোলে। যেনে :—টি, টা, জন, জনা, জনী, খন, ডাল, জোপা ; ইত্যাদি।

## অনুৰূপ শব্দ।

১১। মাছ-চাছ নহলে তেওঁ ভাত-চাত একো খাব নোৱাৰে। ইয়াত মাছৰ পাছত 'চাছ' যোগ হৈ মাছৰ নিচিনা তেনে অন্য এবিধ ভাতৰ লগত খোৱা বস্তু, আৰু ভাতৰ পাছত 'চাত' যোগ হৈ ভাতৰ নিচিনা তেনে এবিধ খোৱা বস্তু বুজাইছে। ব্যাকৰণত এনেবোৰ কথাক অনুৰূপ শব্দ বোলে।

কোনো এটা সংজ্ঞা শব্দৰে সৈতে তাৰ নিচিনা অন্য কোনো এটা বস্তু বুজাবৰ নিমিত্তে যি কথা ব্যৱহাৰ কৰা হয় তাক অনুৰূপ শব্দ বোলে। যেনে :—পানী-চানী, গাখীৰ-চাখীৰ, চাউল-চাউল ; ইত্যাদি।

অব্যয় শব্দ।

১২। ৰাম আৰু হৰি আহিছিল, কিন্তু মই সিহঁতক লগ নেপালোঁ। ইয়াত ‘আৰু’ কথাই দুটা বেলেগ শব্দক আৰু ‘কিন্তু’ কথাই দুফাঁকি বেলেগ কথাক পৃথক কৰি ভিন্ন ভিন্ন ভাব প্ৰকাশ কৰিছে। ব্যাকৰণত এনেবোৰ কথাক অব্যয় শব্দ বোলে।

যিবোৰ শব্দ বেলেগ বেলেগ ভাব বুজাবৰ নিমিত্তে অন্য দুটা শব্দ বা বাক্যক যোগ বা পৃথক আদি কৰে তাক অব্যয় শব্দ বোলে। আৰু, বা, এতেকে, যে ইত্যাদি।

কৃদন্ত শব্দ।

১৩। উপকাৰ কৰোঁতাজনৰ শলাগ লোৱা উচিত। ইয়াত কৰ্ ধাতুত ওঁতা যোগ হৈ ‘কৰোঁতা’ আৰু ল ধাতুত ওৱা যোগ হৈ ‘লোৱা’ কথা যুগুত হৈছে। ব্যাকৰণত এনেকৈ যুগুত হোৱা কথা-বোৰক কৃদন্ত শব্দ বোলে।

ধাতুৰ পাচত কেতবোৰ আখৰ যোগ হৈ যুগুত হোৱা কথা-বোৰক কৃদন্ত শব্দ বোলে। কৰোঁতা, খাওঁতা, কৰা, ধৰা, কৰণ ইত্যাদি।

(২) সংজ্ঞা-শব্দৰ বিশেষ বিৱৰণ।

১৪। কলিকতা এখন ডাঙৰ নগৰ। ইয়াত ‘কলিকতা’ কথা স্বতন্ত্ৰ ঠাই এখনৰ নামৰ সলনি ব্যবহাৰ কৰা হৈছে, কিন্তু তাক তেনে ঠাইৰ নামৰ সলনি ব্যৱহাৰ কৰিব নোৱাৰি; আৰু ‘নগৰ’ কথাক কলিকতা বা কলিকতাৰ নিচিনা অন্য ঠাইৰ নামৰ সলনি ব্যৱহাৰ কৰিব পাৰি। ‘কলিকতা’ বিশেষ ঠাইৰ নাম আৰু ‘নগৰ’ যেই-সেই তেনে ঠাইৰ নাম। এতেকে সংজ্ঞা শব্দ দুই প্ৰকাৰ— বিশেষ সংজ্ঞা আৰু সামান্য সংজ্ঞা শব্দ।

১৫। মানুহ আটাই প্ৰাণীতকৈ বুদ্ধিমান। ইয়াত 'মানুহ' কথাই গোটেই মানুহ জাতিক আৰু 'প্ৰাণী' কথাই প্ৰাণ থকা আটাই-বোৰক বুজাইছে। মানুহজন নাহিল। ইয়াত 'মানুহ' কথাই কোনো এটা নিৰ্দ্দিষ্ট মানুহক বুজাইছে। এনেকৈ একেটা শব্দই গোটেই জাতি বা সেই জাতিৰ এটা মাথোন বুজালে তাক সামান্য সংজ্ঞা শব্দ বোলে।

যিবোৰ সংজ্ঞা শব্দ এক জাতিৰ সকলো প্ৰাণী বা বস্তুৰ নামত ব্যৱহাৰ কৰা হয় আৰু সেই সেই জাতীয় প্ৰাণী বা বস্তুৰ প্ৰত্যেকটোৰ নামতো ব্যৱহাৰ কৰিব পৰা যায়, তাক সামান্য সংজ্ঞা শব্দ বোলে।

১৬। মণিৰাম তেজপুৰত আছে। ইয়াত 'মণিৰাম' কথাই এজন নিৰ্দ্দিষ্ট মানুহ আৰু 'তেজপুৰ' কথাই এখন নিৰ্দ্দিষ্ট ঠাই বুজাইছে। এনেবোৰ সংজ্ঞা শব্দই বিশেষ সংজ্ঞা শব্দ।

যিবোৰ কথাই এটা নিৰ্দ্দিষ্ট মানুহ, জন্তু, ঠাই, বস্তু আদিৰ নাম বুজায় তাক বিশেষ সংজ্ঞা শব্দ বোলে। যেনে:—গুৱাহাটী, হিমালয়, গঙ্গা, কালিৰাম; ইত্যাদি।

১৭। সংজ্ঞা শব্দৰ বিভক্তি, বচন, লিঙ্গ, পুৰুষ আৰু কাৰক আছে।

## (৩) বিভক্তি।

১৮। যিবোৰ আখৰ যোগৰ পৰা শব্দৰ বচন আৰু কাৰক, আৰু ক্ৰিয়াৰ কাল আৰু পুৰুষৰ বোধ জন্মে তাক বিভক্তি বোলে (১)

১৯। বিভক্তি দ্বিবিধ:—শব্দ-বিভক্তি আৰু ক্ৰিয়া-বিভক্তি। বচন আৰু কাৰকৰ বোধৰ নিমিত্তে শব্দৰ পাচত যি আখৰ যোগ

(১) সংজ্ঞা, গুণবোধক আৰু সৰ্ব্বনাম শব্দ, আৰু ধাতুত বিভক্তি যুক্ত হলে সিইতক তেতিয়া পদ বোলা যায়। আনবিলাক শব্দ বিভক্তি নোলোৱাকৈ ব্যৱহাৰ কৰিলে পদ নাম পায়।

কৰা যায়, তাক শব্দ বিভক্তি বোলে। ক্ৰিয়া বিভক্তিৰ বিষয় পাচত কোৱা যাব।

২০। শব্দৰ বিভক্তি সাতোটা ; যেনে প্ৰথমা, দ্বিতীয়া, তৃতীয়া, চতুৰ্থী, পঞ্চমী, ষষ্ঠী আৰু সপ্তমী।

২১। প্ৰত্যেক বিভক্তিৰে দুটাকৈ বচন (১) ; এক বচন আৰু বহু বচন। এটা বস্তু বুজালে এক বচন আৰু এটাতকৈ অধিক বস্তু বুজালে বহু বচন হয়।

২২। **বিভক্তিৰ আকৃতি।**

| বিভক্তি। | একবচন। | বহু বচন। |
|---|---|---|
| প্ৰথমা | ই, এ, | বহু বচনতো একে বিভক্তি। কেৱল শব্দৰ পাচত এক বচনৰ বিভক্তিৰ আগত মান্য লোকক বুজাবলৈ সকল, বিলাক (২) আৰু নীহ মানুহক বুজাবলৈ বোৰ, হঁত শব্দৰ যোগ কৰা যায়। ইতৰ প্ৰাণী আৰু অচেতন বস্তুত বোৰ আৰু বিলাক শব্দ যোগ কৰে। |
| দ্বিতীয়া | অক্ | |
| তৃতীয়া | এৰে | |
| চতুৰ্থী | লৈ | |
| পঞ্চমী | পৰা | |
| ষষ্ঠী | অৰ্ | |
| সপ্তমী | অত্ | |

জীৱ জন্তুৰ সমূহ বুজাবলৈ শব্দৰ পাচত প্ৰায় মখা শব্দ যোগ দিয়া হয়। যেনে গৰুমখা, পাৰমখা ইত্যাদি ; কিন্তু [illegible]বোৰ, পাৰবোৰ এনেও হয়। ব্যবসায়, জাতি আৰু সম্বন্ধ বুজো[illegible] শব্দত 'হঁত' কথা যুক্ত হয়। যেনে :—কমাৰহঁত, ছাত্ৰহঁত, ভাইহঁত ইত্যাদি (৩)।

---

(১) বস্তুৰ এক বা অধিক বোধক বুজক বচন বোলে।

(২) কোনো কোনো সৰ্ব্বনাম শব্দৰ বহু বচনত 'লোক' কথাৰ যোগ হয়।

(৩) সাধাৰণ শ্ৰেণী বুজোৱা শব্দৰ বহু বচনত 'হঁত' কথাৰ যোগ হয়।

নিন্দাৰ্থত মানুহ বুজাবলৈ গৰু, গাধ আদি শব্দ প্ৰয়োগ কৰিলে বহুবচনত 'ইত' যোগ কৰা হয়। যেনেগ ৰুইত, গাধইত ইত্যাদি।

## (৪) শব্দৰ ৰূপ।

২৩। ব্যঞ্জনান্ত 'মানুহ' শব্দ।

| | একবচন। | বহু বচন। |
|---|---|---|
| প্ৰথমা | মানুহে | মানুহবিলাকে |
| দ্বিতীয়া | মানুহক | মানুহবিলাকক |
| তৃতীয়া | মানুহেৰে | মানুহবিলাকেৰে |
| চতুৰ্থী | মানুহলৈ (১) | মানুহবিলাকলৈ |
| পঞ্চমী | মানুহৰপৰা (২) | মানুহবিলাকৰপৰা |
| ষষ্ঠী | মানুহৰ | মানুহবিলাকৰ |
| সপ্তমী | মানুহত | মানুহবিলাকত |

অকাৰান্ত 'পাৰ' শব্দ (৩)।

| | | |
|---|---|---|
| ১ মা | পাৰই | পাৰবোৰে |
| ২ য়া | পাৰ, পাৰক (৪) | পাৰবোৰক |

(১) লৈ আৰু পৰা বিভক্তি যোগ হলে একবচনত ব্যঞ্জনান্ত শব্দ অকাৰান্ত হয়।

(২) সকলো শব্দৰ পাচত পৰা বিভক্তিৰ আগত ৰ হয়।

(৩) অকাৰ বা আকাৰ অন্তত থকা শব্দৰ এক বচনৰ 'এ' বিভক্তিৰ ঠাইত 'ই' হয়। কিন্তু প্ৰাণী বুজোৱা অকাৰান্ত সংযোগী আথৰ শেষত থকা শব্দৰ পাচত বিকল্পে 'ই' হয়। যেনেঃ— কুকুৰই বা কুকুৰে ইত্যাদি। আৰু তাত 'এৰে' বিভক্তিৰ এ, আৰু 'অক্' 'অৰ' 'অত' বিভক্তিৰ 'অ' গুচে।

(৪) দ্বিতীয়া বিভক্তিৰ 'ক' বিকল্পে লোপ হয়।

| | এক বচন। | বহু বচন। |
|---|---|---|
| ৩য়া | পাৰেৰে | পাৰবোৰেৰে |
| ৪ৰ্থী | পাৰলৈ | পাৰবোৰলৈ |
| ৫মী | পাৰৰ পৰা | পাৰবোৰৰ পৰা |
| ৬ষ্ঠী | পাৰৰ | পাৰবোৰৰ |
| ৭মী | পাৰত | পাৰবোৰত। |

আকাৰান্ত 'ঘোৰা' শব্দ।

| | | |
|---|---|---|
| ১মা | ঘোৰাই | ঘোৰাবোৰে |
| ২য়া | ঘোৰা, ঘোৰাক | ঘোৰাবোৰক |
| ৩য়া | ঘোৰাৰে | ঘোৰাবোৰেৰে |
| ৪ৰ্থী | ঘোৰালৈ | ঘোৰাবোৰলৈ |
| ৫মী | ঘোৰাৰপৰা | ঘোৰাবোৰৰপৰা |
| ৬ষ্ঠী | ঘোৰাৰ | ঘোৰাবোৰৰ |
| ৭মী | ঘোৰাত | ঘোৰাবোৰত |

ইকাৰান্ত 'নিগনি' শব্দ (১)।

| | | |
|---|---|---|
| ১মা | নিগনিয়ে | নিগনিবিলাকে |
| ২য়া | নিগনিক | নিগনিবিলাকক |
| ৩য়া | নিগনিৰে, নিগনিয়েৰে (২) | নিগনিবিলাকেৰে |
| ৪ৰ্থী | নিগনিলৈ | নিগনিবিলাকলৈ |
| ৫মী | নিগনিৰপৰা | নিগনিবিলাক[illegible] |
| ৬ষ্ঠী | নিগনিৰ | নিগনিবিলাকৰ |
| ৭মী | নিগনিত | নিগনিবিলাকত |

(১) ই, ঈ, বা ঐ শব্দৰ শেষত থাকিলে বিভক্তিৰ এ-ৰ ঠাইত য়ে হয়।

(২) অ আ ভিন্ন স্বৰ শেষত থাকিলে এৰে বিভক্তিৰ এ বিকল্পে গুচে।

## উকাৰান্ত 'গৰু' শব্দ (১)।

| | এক বচন। | বহু বচন। |
|---|---|---|
| ১ মা | গৰুৱে (২) | গৰুবোৰে |
| ২ য়া | গৰুক | গৰুবোৰক |
| ৩ য়া | গৰুৰে, গৰুৱেৰে | গৰুবোৰেৰে |
| ৪ র্থী | গৰুলৈ | গৰুবোৰলৈ |
| ৫ মী | গৰুৰপৰা | গৰুবোৰৰপৰা |
| ৬ ষ্ঠী | গৰুৰ | গৰুবোৰৰ |
| ৭ মী | গৰুত | গৰুবোৰত |

## ঐকাৰান্ত 'জাকৈ' শব্দ।

| | | |
|---|---|---|
| ১ মা | জাকৈয়ে | জাকৈবোৰে |
| ২ য়া | জাকৈক | জাকৈবোৰক |
| ৩ য়া | জাকৈৰে, জাকৈয়েৰে | জাকৈবোৰেৰে |
| ৪ র্থী | জাকৈলৈ | জাকৈবোৰলৈ |
| ৫ মী | জাকৈৰপৰা | জাকৈবোৰৰ পৰা |
| ৬ ষ্ঠী | জাকৈৰ | জাকৈবোৰৰ |
| ৭ মী | জাকৈত | জাকৈবোৰত |

## ওকাৰান্ত 'গো' শব্দ।

| | | |
|---|---|---|
| ১ মা | গোৱে | গোবোৰে |
| ২ য়া | গোক | গোবোৰক |

---

(১) শব্দৰ অন্তত উ, ঊ, ও বা ঔ থাকিলে তাৰ পাচত থকা অ-ৰ ঠাইত ৱ, আ-ৰ ঠাইত ৱা আৰু এ-ৰ ঠাইত ৱে হয়।

(২) ঋকাৰান্ত শব্দৰ ৰূপ উকাৰান্ত শব্দৰ নিচিনা।

| | এক বচন। | বহু বচন। |
|---|---|---|
| ৩য়া | লোকে, লোকেৰে | লোকবোৰেৰে |
| ৪থী | লোকলৈ | লোকবোৰলৈ |
| ৫মী | লোকৰপৰা | লোকবোৰৰপৰা |
| ৬ষ্ঠী | লোকৰ | লোকবোৰৰ |
| ৭মী | লোকত | লোকবোৰত |

'গাওঁ' শব্দ (১)।

| | | |
|---|---|---|
| ১মা | গাৱেঁ | গাওঁবোৰে |
| ২য়া | গাওঁক, গাৱঁক | গাওঁবোৰক |
| ৩য়া | গাওঁৰে, গাৱেঁৰে | গাওঁবোৰেৰে |
| ৪থী | গাওঁলৈ, গাৱঁলৈ | গাওঁবোৰলৈ |
| ৫মী | গাওঁৰপৰা, গাৱঁৰপৰা | গাওঁবোৰৰ পৰা |
| ৬ষ্ঠী | গাওঁৰ, গাৱঁৰ | গাওঁবোৰৰ |
| ৭মী | গাওঁত, গাৱঁত | গাওঁবোৰত |

ঔকাৰান্ত 'মৌ' শব্দ।

| | | |
|---|---|---|
| ১মা | মৌৱে | মৌবোৰে |
| ২য়া | মৌক | মৌবোৰক |
| ৩য়া | মৌৱে, মৌৱেৰে | মৌবোৰেৰে |
| ৪থী | মৌলৈ | মৌবোৰলৈ |
| ৫মী | মৌৰপৰা | মৌবোৰৰপৰা |
| ৬ষ্ঠী | মৌৰ | মৌবোৰৰ |
| ৭মী | মৌত | মৌবোৰত |

(১) তুলনা 'ও' শেষত থকা শব্দৰ ৰূপ একে হয়।

## অনুস্বাৰান্ত 'ঠেং' শব্দ (১)।

| | | |
|---|---|---|
| ১ মা | ঠেঙ্গে | ঠেংবোৰে |
| ২ য়া | ঠেঙ্গক | ঠেংবোৰক |
| ৩ য়া | ঠেঙ্গেৰে | ঠেংবোৰেৰে |
| ৪ থী | ঠেঙ্গলৈ | ঠেংবোৰলৈ |
| ৫ মী | ঠেঙ্গৰপৰা | ঠেংবোৰৰপৰা |
| ৬ ষ্ঠী | ঠেঙ্গৰ | ঠেংবোৰৰ |
| ৭ মী | ঠেঙ্গত | ঠেংবোৰত |

২৪। বহুত বুজোৱা সংখ্যা বাচক শব্দ, বিশেষণ শব্দ বা বিশেষণ সৰ্ব্বনাম শব্দ আগত থকা সংজ্ঞাশব্দ বহু বচনৰ চিন নোলোৱাকৈয়ে বহু বচন হয়। যেনে:—চাৰিটা ঘোঁৰা, তিনিকুৰি মানুহ, সৰহ লৰা, বেছি গৰু, সকলো ছোৱালী, ইত্যাদি। দুবাৰ উক্তি হোৱা বিশেষণ শব্দ আগত থকা সংজ্ঞা শব্দে বহু বচনৰ চিন নোলোৱাকৈ বহু বচন হয়। যেনে:—কোন কোন ছোৱালী, সৰু সৰু চৰাই; ইত্যাদি। ইয়াত ছোৱালী আৰু চৰাই বহু বচন।

২৫। সমূহ বা জাতি বুজোৱা শব্দবোৰ এক বচনত থাকিও বহু বচনৰ ভাৱ বুজায়। যেনে:—সেই সময়ত ইংৰাজ জিকিছিল।

২৬। এক বচনৰ পদ এটাতকৈ অধিক একেলগে থাকিলে এই দৰে লিখা যায়। যেনে:—

ৰাম আৰু গোপালে (দুয়োজনে) তাক মাৰিছিল। ৰামহঁতে (দুয়োজনে) তাক মাৰিছিল। ৰাম বা গোপালে (কোনো এজনে) তাক মাৰিছিল।

---

(১) অনুস্বাৰান্ত শব্দৰ এক বচনৰ সকলো বিভক্তিতে অনুস্বাৰৰ ঠাইত ঙ্গ হয়।

২৭। বহু বচনৰ পদ এটাতকৈ অধিক একেলগে থাকিলে এই দৰে লিখা যায় যেনে :—

লৰা (বিলাকে) আৰু ছোৱালী বিলাকে ইয়াক ভাল পায়।

লৰা (বিলাকে) বা ছোৱালী বিলাকে ইয়াক ভাল পায়।

২৮। সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হোৱা বিশেষণ শব্দ, সংখ্যা-বাচক শব্দ আদিৰ ৰূপো ঠিক সংজ্ঞা শব্দৰ নিচিনা। যেনে :—

### ধনী শব্দ।

| | এক বচন | বহু বচন। |
|---|---|---|
| ১মা | ধনীয়ে | ধনীবিলাকে। |
| ২য়া | ধনীক | ধনীবিলাকক। ইত্যাদি |

## (৫) লিঙ্গ।

২৯। লিঙ্গ শব্দৰ অৰ্থ চিন। স্বভাৱতে বস্তু বিলাকৰ তিনটা ভাগ আছে, যেনে :— মতা, মাইকী আৰু জীউনথকা বা মতা কি মাইকী চিনিব নোৱাৰা বস্তু। ব্যাকৰণত এই তিনিৰ প্ৰত্যেক ভাগক একো বিধ লিঙ্গ বোলে। এতেকে লিঙ্গ তিনি প্ৰকাৰ পুংলিঙ্গ, স্ত্ৰী লিঙ্গ আৰু ক্লীবলিঙ্গ।

(১) যিবিলাক শব্দে মতাক বুজায় তাক পুংলিঙ্গ বোলে। যেনে :— মুনিহ, বলদ, ঘোঁৰা, ছাগ, ভাই ; ইত্যাদি।

(২) যিবোৰ শব্দে মাইকীক বুজায় তাক স্ত্ৰী লিঙ্গ বোলে। যেনে :—তিৰুতা, গাই, ছাগলী, বাঘিনী, ভনী ; ইত্যাদি।

(৩) যিবোৰ শব্দে জীউ নোহোৱা বস্তু বুজায় বা মতা কি মাইকী চিন ধৰিব নোৱাৰা ইতৰ প্ৰাণীক বুজায়, তাক ক্লীবলিঙ্গ বোলে। যেনে :—পানী, হাবি, চাউল, ফৰিং, কেঁচু ইত্যাদি।

৩০। পুংলিঙ্গৰ পৰা স্ত্ৰীলিঙ্গ কৰিবলৈ তিনিটা নিয়ম আছে :—

(১) পুংলিঙ্গ আৰু স্ত্ৰী লিঙ্গ বুজাবলৈ বেলেগ বেলেগ শব্দ ব্যৱহাৰ হয়।

(২) পুংলিঙ্গ শব্দৰ পাছত বেলেগ বেলেগ আখৰ যোগ কৰি স্ত্ৰী লিঙ্গ কৰা হয়।

(৩) শব্দৰ আগত বা পাছত বেলেগ বেলেগ শব্দ যোগ কৰি পুংলিঙ্গ আৰু স্ত্ৰী লিঙ্গ কৰা যায়।

(১) পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গৰ বেলেগ বেলেগ শব্দ।

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| ককাই, | বৌ, | গেঁৰা, | চেউৰী। |
| কোৰা, | কাউৰী | গোঁহাই, | গাভৰু, আইদেউ। |
| টৈপ, | টৈনী, | ছাগ, ছাগল, ছাগলি, | ছাগলী। |
| ঢেকা, | ঢেকেৰী | | |
| সন্তান, সখনা, | মাখুন্দী | বাপা, বোপ, | আইটি |
| | | বোপাই, | আই |
| দমৰা, | কাচড়ী | মতা | মাইকী |
| পো, ভাই | বোৱাৰী | মুনিহ | তিৰোতা (তিকতা) |
| পুৰুষ | স্ত্ৰী | ৰজা | ৰাণী |
| বন্দী | বেটী | | |
| বলধ, গৰু | গাই | শহ | ভেলেঙী |

২৭। বহু বচনৰ পদ এটাতকৈ অধিক একেলগে থাকিলে এই দৰে লিখা যায় যেনে :—

লৰা (বিলাকে) আৰু ছোৱালী বিলাকে ইয়াক ভাল পায়।

লৰা (বিলাকে) বা ছোৱালী বিলাকে ইয়াক ভাল পায়।

২৮। সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হোৱা বিশেষণ শব্দ, সংখ্যা-বাচক শব্দ আদিৰ ৰূপো ঠিক সংজ্ঞা শব্দৰ নিচিনা। যেনে :—

## ধনী শব্দ।

| | এক বচন | বহু বচন। |
|---|---|---|
| ১মা | ধনীয়ে | ধনীবিলাকে। |
| ২য়া | ধনীক | ধনীবিলাকক। ইত্যাদি |

## (৫) লিঙ্গ।

২৯। লিঙ্গ শব্দৰ অৰ্থ চিন। স্বভাৱতে বস্তু বিলাকৰ তিনটা ভাগ আছে, যেনে :— মতা, মাইকী আৰু জীউনথকা বা মতা কি মাইকী চিনিব নোৱাৰা বস্তু। ব্যাকৰণত এই তিনিৰ প্ৰত্যেক ভাগক একো বিধ লিঙ্গ বোলে। এতেকে লিঙ্গ তিনি প্ৰকাৰ পুংলিঙ্গ, স্ত্ৰী লিঙ্গ আৰু ক্লীবলিঙ্গ।

(১) যিবিলাক শব্দে মতাক বুজায় তাক পুংলিঙ্গ বোলে। যেনে :— মুনিহ, বলদ, ঘোৰা, ছাগ, ভাই; ইত্যাদি।

(২) যিবোৰ শব্দে মাইকীক বুজায় তাক স্ত্ৰী লিঙ্গ বোলে। যেনে :—তিৰুতা, গাই, ছাগলী, বাঘিনী, ভনী; ইত্যাদি।

(৩) যিবোৰ শব্দে জীউ নোহোৱা বস্তু বুজায় বা মতা কি মাইকী চিন ধৰিব নোৱাৰা ইতৰ প্ৰাণীক বুজায়, তাক ক্লীবলিঙ্গ বোলে। যেনে :—পানী, হাবি, চাউল, ফৰিং, কেঁচু ইত্যাদি।

৩০। পুংলিঙ্গৰ পৰা স্ত্ৰীলিঙ্গ কৰিবলৈ তিনিটা নিয়ম আছে :—

(১) পুংলিঙ্গ আৰু স্ত্ৰী লিঙ্গ বুজাবলৈ বেলেগ বেলেগ শব্দ ব্যৱহাৰ হয়।

(২) পুংলিঙ্গ শব্দৰ পাছত বেলেগ বেলেগ আখৰ যোগ কৰি স্ত্ৰী লিঙ্গ কৰা হয়।

(৩) শব্দৰ আগত বা পাছত বেলেগ বেলেগ শব্দ যোগ কৰি পুংলিঙ্গ আৰু স্ত্ৰী লিঙ্গ কৰা যায়।

(১) পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গৰ বেলেগ বেলেগ শব্দ।

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| ককাই, | বৌ, | গৈৰা, | ঢেউৰী। |
| কোঁৱৰ, | কাঁউৰী | গোঁসাই, | গাভৰু, আইদেউ। |
| দৈপ, | দৈপনী, | ছাগ, ছাগল, ছাগলি, | ছাগলী। |
| ডেকা, | ডেকেৰী | | |
| মতাল, মথনা, | মাথুলী | বাপা, বোপ, | আইটি |
| | | বোপাই, | আই |
| দমৰা, | কাঁড়ৰী | মতা | মাইকী |
| পো, ভাই | বোৱাৰী | মুনিহ | তিৰোতা (তিকতা) |
| পুৰুষ | স্ত্ৰী | ৰজা | ৰাণী |
| বন্দী | বেটী | | |
| বলধ, গৰু | গাই | শৰ | ভেলেঙী |

| | | | |
|---|---|---|---|
| কলা | কালৰী | শহুৰ | শাহু |

ইত্যাদি

(২) পুংলিঙ্গ শব্দৰ পাছত বেলেগ আখৰ যোগে স্ত্ৰীলিঙ্গ কৰা যায়

(ক) ব্যঞ্জনান্ত পুংলিঙ্গ প্ৰায় শব্দৰ পিচত স্ত্ৰীলিঙ্গত অনী যোগ কৰা হয়। যেনে,—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| কমাৰ | কমাৰণী | বঙ্গাল | বঙ্গালনী |
| কুমাৰ | কুমাৰণী | মাল | মালনী |
| কেওঁট | কেওঁটনী | মৰাণ | মৰাণনী |
| নাপিত, | নাপিতনী | | ইত্যাদি |

(খ) শিয়াল আদি কেতবোৰ ব্যঞ্জনান্ত শব্দৰ পাচত অনী বা ঈ যোগ কৰা হয়। যেনে:—

| | | | |
|---|---|---|---|
| শিয়াল | শিয়ালনী, | শিয়ালী | |
| পিশাচ | পিশাচনী | পিশাচী | |
| বামুণ, | বামুণনী, | বামুণী | ইত্যাদি |

(৩) অকাৰ বা আকাৰান্ত শব্দৰ শেহত স্ত্ৰীলিঙ্গত নী যোগ হয়। যেনে—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| কলিতা | কলিতানী | বকৰা | বকৰানী |
| ভূঞা | ভূঞানী | চুলীয়া | চুলীয়ানী |
| অসমীয়া | অসমীয়ানী | গৰীয়া | গৰীয়ানী |
| গৃহস্থ | গৃহস্থনী | মৰিয়া | মৰিয়ানী |
| বৰিয়া | বৰিয়ানী | হজুৰা | হজুৰানী |

ইত্যাদি।

(৪) সিংহ বাঘ আদি কেতবোৰ শব্দৰ শেহত নী যোগ কৰিলে শব্দৰ অন্তৰ আখৰত ই যোগ হয়। যেনেঃ—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| বাঘ | বাঘিনী | গোপ | গোপিনী |
| সিংহ | সিংহিনী, সিংহী | ৰাক্ষস | ৰাক্ষসিনী, ৰাক্ষসী |
| হাঁহ | হাঁহিনী | | |

ইত্যাদি

(৫) কোচ, ডোম আদি কেতবিলাক শব্দৰ পাছত নী যোগ হলে শব্দৰ আদি ওকাৰ আৰু শেহৰ আকাৰ গুচি দুয়ো ঠাইতে উকাৰ হয়। যেনে :—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| কোচ (১) | কুচুনী | চোৰ | চুৰুনী |
| ডোম | ডুমুনী | ধোবা | ধুবুনী, ধোবানী |

(৬) বিড়াল শব্দৰ শেহত 'ঈ' যোগে স্ত্ৰীলিঙ্গ হয় আৰু তেতিয়া 'ডা'-ৰ আকাৰ বিকল্পে লোপ হয়। যেনে :—বিড়াল—বিড়লী বা বিড়ালী। কিন্তু বোন্দা বিৰালিটো এনেও হয়।

(৭) পেহা আদি কেতবোৰ শব্দৰ শেহৰ আকাৰৰ ঠাইত ঈকাৰ হৈ স্ত্ৰীলিঙ্গ হয়। যেনে :—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| পেহা | পেহী | বগা | বগী |
| জেঠা | জেঠী, জেঠাই | কুঁজা | কুঁজী |
| খুৰা | খুৰী | পঠা | পাঠী |

(১) বিষয় বা পদবী বুজোৱা শব্দৰ নী, অনী আদি যোগে ভাৰ্য্যাক বুজায়, আৰু জাত বা শ্ৰেণী বুজোৱা শব্দৰ শেহত এইবোৰ যোগে ভাৰ্য্যা বা সেই শ্ৰেণীৰ অন্ত তিৰুতাক বুজায়।

| পুং | স্ত্রী | পুং | স্ত্রী |
|---|---|---|---|
| বঙ্গা | বাঙ্গী | কঁজলা | কাজলী |
| কণা | কণী | নাককটা | নাককাটী |
| বুঢ়া | বুঢ়ী | বেঙ্গা | বেঙ্গী |
| মুগা | মুগী | | |

ইত্যাদি।

(৮) বোবা আদি কেতবোৰ আকাৰান্ত শব্দৰ শেহত ঈ যোগ হলে আদিৰ ওকাৰ গুচি উকাৰ হয়। যেনে:—বোবা বুবী খোবা খুবী; ইত্যাদি।

(৯) মিতা শব্দৰ শেহত নী যোগ হলে শেহৰ আকাৰ গুচি ইকাৰ হয়। যেনে মিতা, মিতিনী।

(১০) ইকাৰান্ত আৰু ঈকাৰান্ত শব্দৰ কিছুমানৰ শেহত নী আৰু কিছুমানৰ শেহত অনী যোগ কৰিলে স্ত্রীলিঙ্গ হয়। ইকাৰ অকলে শেহত থাকিলে তাৰ লোপ হয় আৰু ঈকাৰান্ত শব্দৰ ঈকাৰ গুচি ইকাৰ হয়। যেনে:—

| পুং | স্ত্রী | পুং | স্ত্রী |
|---|---|---|---|
| গৰাকী | গৰাকিয়নী<br>গৰাকিনী (১) | ঘৰগিৰী<br>নাতি | ঘৰগিৰিয়নী<br>নাতিনী |
| গোসাঁই | গোসাঁনী | ভঁৰালী | ভঁৰালিনী |
| গোহাঁই | গোহাঁয়নী | হাৰি | হাৰিণী |

ইত্যাদি।

(১১) বান্ধনি আদি কেতবোৰ ইকাৰান্ত শব্দ স্ত্রীলিঙ্গত দীর্ঘ ঈকাৰান্ত হয়। যেনে:—বান্ধনি বান্ধনী; ইত্যাদি।

(১২) উকাৰান্ত শব্দৰ শেহত ৱনী যোগ কৰিলে স্ত্রীলিঙ্গ হয়। যেনে:—বন্ধু বন্ধুৱনী, হিন্দু হিন্দুৱনী; ইত্যাদি।

---

(১) গৰাকিয়নী শব্দে ভার্য্যাক আৰু গৰাকিনী শব্দে কোনো বস্তুৰ অধিকাৰিণী তিৰুতা বুজায়।

(১৩) ঐকাৰান্ত শব্দৰ শেহত ৱনী যোগে স্ত্ৰীলিঙ্গ হয়। যেনে বাৰৈ বাৰৈৱনী ; ইত্যাদি।

(৩) শব্দৰ আগত বা পাছত বেলেগ বেলেগ শব্দ যোগ হলে পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ হয়।

(ক) কেতবোৰ শব্দৰ আগত "মতা" শব্দ বহুৱালে পুংলিঙ্গ, আৰু "মাইকী শব্দ বহুৱালে স্ত্ৰীলিঙ্গ হয়। যেনেঃ—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| মতাকুকুৰ | মাইকী-কুকুৰ | মতা মৰা | মাইকী মৰা |
| মতামহ | মাইকীমহ | মতাহাতী | মাইকীহাতী ; |
| | | | ইত্যাদি। |

(খ) জন্তু বুজোৱা শব্দৰ শেহত টো যোগে পুংলিঙ্গ আৰু জনী যোগে স্ত্ৰীলিঙ্গ কৰা হয়। যেনে :—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| গৰুটো | গৰুজনী | মানুহটো | মানুহজনী |
| ঘোৰাটো | ঘোৰাজনী | মহটো | মহজনী |
| | | | ইত্যাদি। |

৩১। অসমীয়া ভাষাত ক্লীবলিঙ্গ শব্দৰ বেলেগ ৰূপ নাই, পুংলিঙ্গৰ দৰেই ব্যৱহাৰ হয়। জীউ নথকা, আৰু মাটিৰ পৰা গজি ওলোৱা উদ্ভিদবোৰ আৰু ভাব বা গুণ বুজোৱা শব্দ বিলাক ক্লীবলীঙ্গ। মাহ, কীট, পতঙ্গ, পোক, পৰুৱা আদি যিবোৰ প্ৰাণী মতানে মাইকী চিনিব নোৱাৰি সেইবিলাককো ক্লীবলিঙ্গ বুলি ধৰিব লাগে।

৩২। কোনো এক জাতিৰ মতা বা মাইকী বেলেগকৈ উল্লেখ নকৰি কেৱল জাতি মাথোন বুজাব লাগিলে, তাত পুংলিঙ্গ শব্দ ব্যৱহাৰ কৰে। যেনেঃ—আটাই প্ৰাণীৰ ভিতৰত মানুহ

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| বঙ্গা | বাঙ্গী | কঁজলা | কাঁজলী |
| *কলা | *কলী | নাককটা | নাককাটী |
| বুঢ়া | বুঢ়ী | বেঙ্গা | বেঙ্গী |
| মুগা | মুগী | | |

ইত্যাদি।

(৮) বোবা আদি কেতবোৰ আকাৰান্ত শব্দৰ শেহত ঈ যোগ হলে আদিৰ ওকাৰ গুচি উকাৰ হয়। যেনেঃ—বোবা বুবী খোবা খুবী; ইত্যাদি।

(৯) মিতা শব্দৰ শেহত নী যোগ হলে শেহৰ আকাৰ গুচি ইকাৰ হয়। যেনে মিতা, মিতিনী।

(১০) ইকাৰান্ত আৰু ঈকাৰান্ত শব্দৰ কিছুমানৰ শেহত নী আৰু কিছুমানৰ শেহত অনী যোগ কৰিলে স্ত্ৰীলিঙ্গ হয়। ইকাৰ অকলে শেহত থাকিলে তাৰ লোপ হয় আৰু ঈকাৰান্ত শব্দৰ ঈকাৰ গুচি ইকাৰ হয়। যেনেঃ—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| গধাকী | গধাকিয়নী / গধাকিনী (১) | ঘৰগিৰী | ঘৰগিৰিয়নী |
| | | নাতি | নাতিনী |
| গোসাঁই | গোসাঁনী | ভঁৰালী | ভঁৰালিনী |
| গোহাঁই | গোহাঁয়নী | হাৰি | হাৰিনী |

ইত্যাদি।

(১১) বান্ধনি আদি কেতবোৰ ইকাৰান্ত শব্দ স্ত্ৰীলিঙ্গত দীৰ্ঘ ঈকাৰান্ত হয়। যেনেঃ—বান্ধনি বান্ধনী; ইত্যাদি।

(১২) উকাৰান্ত শব্দৰ শেহত ৱনী যোগ কৰিলে স্ত্ৰীলিঙ্গ হয়। যেনেঃ—বন্ধু বন্ধুৱনী, হিন্দু হিন্দুৱনী; ইত্যাদি।

(১) গধাকিয়নী শব্দে ভাৰ্য্যাক আৰু গধাকিনী শব্দে কোনো বস্তুৰ অধিকাৰিণী তিকতা বুজায়।

(১৩) ঐকাৰান্ত শব্দৰ শেহত ৱনী যোগে স্ত্ৰীলিঙ্গ হয়। যেনে বাটৈ বাটৈৱনী ; ইত্যাদি।

(৩) শব্দৰ আগত বা পাছত বেলেগ বেলেগ শব্দ যোগ হলে পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ হয়।

(ক) কেতবোৰ শব্দৰ আগত "মতা" শব্দ বহুৱালে পুংলিঙ্গ, আৰু "মাইকী শব্দ বহুৱালে স্ত্ৰীলিঙ্গ হয়। যেনেঃ—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| মতাকুকুৰ | মাইকী-কুকুৰ | মতা মৰা | মাইকী মৰা |
| মতামহ | মাইকীমহ | মতাহাতী | মাইকীহাতী ; |

ইত্যাদি।

(খ) জন্তু বুজোৱা শব্দৰ শেহত টো যোগে পুংলিঙ্গ আৰু জনী যোগে স্ত্ৰীলিঙ্গ কৰা হয়। যেনেঃ—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| গৰুটো | গৰুজনী | মানুহটো | মানুহজনী |
| ঘোঁৰাটো | ঘোঁৰাজনী | মহটো | মহজনী |

ইত্যাদি।

৩১। অসমীয়া ভাষাত ক্লীৱলিঙ্গ শব্দৰ বেলেগ ৰূপ নাই, পুংলিঙ্গৰ দৰেই ব্যৱহাৰ হয়। জীউ নথকা, আৰু মাটিৰ পৰা গজি ওলোৱা উদ্ভিদবোৰ আৰু ভাব বা গুণ বুজোৱা শব্দ বিলাক ক্লীৱলীঙ্গ। মাছ, কীট, পতঙ্গ, পোক, পৰুৱা আদি যিবোৰ প্ৰাণী মতানে মাইকী চিনিব নোৱাৰি সেইবিলাককো ক্লীৱলিঙ্গ বুলি ধৰিব লাগে।

৩২। কোনো এক জাতিৰ মতা বা মাইকী বেলেগকৈ উল্লেখ নকৰি কেৱল জাতি মাথোন বুজাব লাগিলে, তাত পুংলিঙ্গ শব্দ ব্যৱহাৰ কৰে। যেনেঃ—আটাই প্ৰাণীৰ ভিতৰত মানুহ

বেছি বুদ্ধিমান। ইয়াত 'মানুহ' পদে গোটেই মানুহ জাতিকে বুজাইছে। এনেকুৱাত কাউৰী, ছাগলী, বগলী, চিলনী আদি কেতবোৰ স্ত্ৰীলিঙ্গ শব্দকো ব্যৱহাৰ কৰা যায়। চৰাইৰ ভিতৰত কাউৰী অধিক ধূৰ্ত্ত। ইয়াত 'কাউৰী' পদে কোঢ়া কাউৰী উভয় শ্ৰেণী বা গোটেই জাতিটোকে বুজাইছে।

৩৩। অসমীয়া ভাষাত হিবোৰ সংস্কৃত শব্দৰ ব্যৱহাৰ প্ৰায় দেখা যায়, তাৰে কেতবোৰ উদাহৰণ তলত দিয়া হল। যেনে:—

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| আচাৰ্য্য | আচাৰ্য্যা, আচাৰ্য্যানী | বৰ | কন্যা |
| | | বালক | বালিকা |
| ঈশ্বৰ | ঈশ্বৰী | বুদ্ধিমান | বুদ্ধিমতী |
| গৰীয়স্ | গৰীয়সী | ব্ৰাহ্মণ | ব্ৰাহ্মণী |
| জ্ঞানৱন্ত | জ্ঞানৱতী | বৈষ্ণৱ | বৈষ্ণৱী |
| দয়াময় | দয়াময়ী | ভদ্ৰ | ভদ্ৰা |
| দায়ক | দায়িকা | মনুষ্য | মানুষী |
| দীৰ্ঘকেশ | দীৰ্ঘকেশা, দীৰ্ঘকেশী | মহীয়স্ | মহীয়সী |
| ধনী, ধনবান্ | ধনৱতী | মাতুল | মাতুলী, মাতুলানী |
| নদ | নদী | | |
| নৰ | নাৰী | ব্ৰহ্মা | ব্ৰহ্মাণী |
| নৰ্ত্তক | নৰ্ত্তকী | ৰুদ্ৰ | ৰুদ্ৰাণী |
| নায়ক | নায়িকা | শিৱ | শিৱা |
| নেতা | নেত্ৰী | শূদ্ৰ | শূদ্ৰা |
| দাতা | দাত্ৰী | শিক্ষক | শিক্ষকনী, শিক্ষয়িত্ৰী। |

| পুং | স্ত্রী | পুং | স্ত্রী |
|---|---|---|---|
| পতি | পত্নী | সৎ | সতী |
| পিতা | মাতা | সিংহ | সিংহী |
| | | সুন্দৰ | সুন্দৰী |
| গুৰু | গুৰ্ব্বী | সাধু | সাধ্বী |

৩৪। সভা, ভাষা, লতা, কথা, শক্তি, মতি, বিদ্যা, বুদ্ধি, ঋদ্ধি, নৌকা, শ্রেণী, ৰজনী, ছবী, আপদ আদি কেতবোৰ শব্দ সংস্কৃতত সদায় স্ত্রীলিঙ্গত, আৰু নাশ, পাক, ত্যাগ, জয়, কৰ, শাল, তাল আদি শব্দ সংস্কৃতত সদায় পুংলিঙ্গত ব্যৱহাৰ হয়, কিন্তু অসমীয়া ভাষাত ইহঁতক ক্লীবলিঙ্গ বুলি ধৰা হয় আৰু ইহঁতৰ সলনি ব্যৱহাৰ কৰা সৰ্ব্বনাম শব্দও স্ত্রীলিঙ্গ নহয়। যেনে:—বিদ্যা মানুহৰ অলঙ্কাৰ আৰু ই মানুহক নম্র কৰে। কিন্তু গঙ্গা, যমুনা, সৰস্বতী, পৃথিবী আদি কেতবোৰ শব্দ অসমীয়া ভাষাতো সদায় স্ত্রীলিঙ্গত, আৰু ব্রহ্মপুত্র, সিন্ধু আদি শব্দ সদায় পুংলিঙ্গত ব্যৱহাৰ কৰা যায়।

## (৬) পুৰুষ।

৩৫। মই তোমাক হৰিক দেখুৱাইছিলোঁ। ইয়াত 'মই' পদে স্বয়ং কথা কোৱাজনক, 'তোমাক' পদে আগতে থকা মুখা-মুখিকৈ লগতে কথা কোৱা জনক, আৰু 'হৰিক' পদে তুমি আৰু মই বাদে বিষয়ে কথা কৈছো এনে এজনক বুজাইছে। ব্যাকৰণত এই তিনি ৰকম পদৰ একোটাক একোবিধ পুৰুষ বোলে। এতেকে পুৰুষ তিনি প্ৰকাৰ:—প্ৰথম পুৰুষ, দ্বিতীয় পুৰুষ, আৰু তৃতীয় পুৰুষ। মই প্ৰথম পুৰুষ, তুমি বা তই দ্বিতীয় পুৰুষ, আৰু ইয়াত বাজে অন্য সৰ্ব্বনামবিলাক আৰু আটাই সংজ্ঞা আৰু গুণবোধক শব্দ তৃতীয় পুৰুষ।

৩৬। হৰিয়ে বাকচত থোৱা ধনৰপৰা নিজ হাতেৰে দুটা টকা আনি নবীনলৈ পঠাইছে। ইয়াত হৰিয়ে প্ৰথমা বিভক্তি, বাকচত সপ্তমী, ধনৰপৰা পঞ্চমী, হাতেৰে তৃতীয়া, টকা দ্বিতীয়া আৰু নবীনলৈ চতুৰ্থী বিভক্তি যুক্ত হৈ ক্ৰিয়াৰে সৈতে সম্বন্ধ ৰাখি একোটা একোটা পদ হৈছে। ব্যাকৰণত এই প্ৰত্যেক পদক একোবিধ কাৰক বোলে, অৰ্থাৎ শব্দত বিভক্তি যুক্ত হৈ ক্ৰিয়াৰ লগত সম্বন্ধ থকা দেখুৱালে তাক কাৰক বোলা যায়।

৩৭। বিভক্তি সাত বিধ বুলি কাৰকো সাত বিধ। যেনে:— কৰ্ত্তা, কৰ্ম্ম, কৰণ, সম্প্ৰদান, অপাদান, সম্বন্ধ আৰু অধিকৰণ কাৰক।

## (৭) কাৰক।

### কৰ্ত্তা কাৰক।

৩৮। যিয়ে কাৰ্য্য কৰে বা যি হয় তাক কৰ্ত্তা কাৰক বোলে। কৰ্ত্তাকাৰকত প্ৰথমা বিভক্তি যুক্ত হয়। যেনে:— বাঘে গৰু খায়। ইয়াত 'বাঘে' নিজে 'খোৱা' কাম কৰা বুজাইছে। এতেকে 'বাঘ' কৰ্ত্তা কাৰক। এইদৰে মই যাওঁ, তুমি আহিবা, ৰামে ভাত ৰান্ধিছে; ইত্যাদি।

৩৯। বাক্যৰ ক্ৰিয়াক কোনে বা কি বুলি প্ৰশ্ন [illegible], কৰ্ত্তা কাৰক ওলাই পৰে। যেনে:—ৰামে ভাত খায়, বৰষুণ আহিছে। কোনে খায় আৰু কি আহিছে? উত্তৰত 'ৰামে' আৰু 'বৰষুণ' আৰু ইহঁত দুয়ো কৰ্ত্তাকাৰক।

### কৰ্ম্ম কাৰক।

৪০। কৰ্ত্তাই যি কৰে তাক কৰ্ম্ম কাৰক বোলে। কৰ্ম্ম কাৰকত দ্বিতীয়া বিভক্তি যোগ হয়। যেনে:—হৰিয়ে কাম কৰে। ইয়াত 'হৰিয়ে' কি কৰে? উত্তৰত কাম কৰে। এতেকে 'কাম' কৰ্ম্মকাৰক। এই দৰে, মণিয়ে কিতাপ পঢ়ে, নবীনে

বুঢ়ক মাৰিছিল।

৪১। বাক্যৰ ক্ৰিয়াক কাক, কিহক বা কি বুলি প্ৰশ্ন সুধিলে কৰ্ম্মকাৰক থাকিলে ওলাই পৰে। তুমি হৰিক মাৰিছা, ৰামে পাখীৰ পি খাব। কাক মাৰিছা আৰু কি পি খাব? উত্তৰত 'হৰিক' আৰু 'পাখীৰ' আৰু ইহঁত কৰ্ম্মকাৰক।

## কৰণ কাৰক।

৪২। কৰ্ত্তাই যাৰ সহায়ে কাম কৰে, তাক কৰণ কাৰক বোলে। কৰণ কাৰকত তৃতীয়া বিভক্তি যোগ হয়। যেনে:— ৰামে লাঠিৰে সাপ মাৰিছিল। ৰামে কিহেৰে মাৰিছিল? উত্তৰত 'লাঠিৰে'। এতেকে 'লাঠিৰে' কৰণ কাৰক।

৪৩। বাক্যৰ ক্ৰিয়াক কিহেৰে বুলি প্ৰশ্ন কৰিলে কৰণ কাৰক থাকিলে ওলাই পৰে। বাধে জালেৰে পছু ধৰে। কিহেৰে ধৰে? উত্তৰত 'জালেৰে,' আৰু এইটোৱেই কৰণ কাৰক।

## সম্প্ৰদান কাৰক।

৪৪। যাৰ উদ্দেশে ক্ৰিয়া কৰা হয় তাক সম্প্ৰদান কাৰক বোলে। সম্প্ৰদান কাৰকত চতুৰ্থী বিভক্তি যুক্ত হয়। যেনে হৰি বিনাতলৈ গল। ইয়াত হৰি বিনাতৰ উদ্দেশে যোৱা বুজাইছে। এতেকে 'বিনাতলৈ' পদ সম্প্ৰদান কাৰক। এই দৰে, ঘৰলৈ যোৱা, ভোজলৈ মাতিছে; ইত্যাদি।

৪৫। বাক্যৰ ক্ৰিয়াক কিহলৈ, কলৈ বা কালৈ বুলি প্ৰশ্ন কৰিলে সম্প্ৰদান কাৰক থাকিলে ওলাই পৰে। যেনে:—ৰজা নগৰলৈ আহিছিল আৰু হলিয়ে বামুণলৈ ধন পঠাইছিল। কিহলৈ আহিছিল আৰু কালৈ ধন পঠাইছিল? উত্তৰত 'নগৰলৈ'

আৰু 'বামুণলৈ' আৰু ইহঁত সম্প্ৰদান কাৰক।

### অপাদান কাৰক।

৪৬। যাৰপৰা কোনো বস্তু বা প্ৰাণী অন্য ঠাইলৈ যোৱা, কোনো ঠাইৰ পৰা পৰি যোৱা, কাৰোপৰা ভয় পোৱা বা ওপজা আদি অৰ্থ বুজায় তাক অপাদান কাৰক বোলে। অপাদান কাৰকত পঞ্চমী বিভক্তি যুক্ত হয়। যেনেঃ—গছৰপৰা পাত সৰিল। ইয়াত গছৰ পাত 'গছ' ঠাইৰ পৰা আন ঠাই মাটিত পৰা বুজাইছে। এতেকে 'গছৰপৰা' অপাদান কাৰক। এইদৰে, বাঘৰপৰা ভয় খালে, ঘৰৰপৰা বাহিৰ হল, ধূলিৰপৰা ওপজে; ইত্যাদি।

৪৭। বাক্যৰ ক্ৰিয়াক কিহৰ পৰা, কৰপৰা বা কাৰপৰা বুলি প্ৰশ্ন কৰিলে অপাদান কাৰক থাকিলে ওলাই পৰে। যেনেঃ—ৰাম ঘৰৰপৰা আহিল আৰু হৰিয়ে বাঘৰপৰা ভয় খালে। কৰপৰা আহিল আৰু কিহৰ পৰা ভয় খালে? উত্তৰত 'ঘৰৰপৰা' আৰু 'বাঘৰপৰা' আৰু ইহঁত অপাদান কাৰক।

### সম্বন্ধ কাৰক।

৪৮। আন এটা শব্দৰ লগত যি শব্দৰ সম্বন্ধ থকা বুজায়, তাক সম্বন্ধ কাৰক বোলে। সম্বন্ধ কাৰকত ষষ্ঠী বিভক্তি যোগ হয়। যেনেঃ—হৰিৰ কাপোৰ আনিছা? ইয়াত কাপোৰৰ লগত হৰিৰ সম্বন্ধ থকা বুজাইছে। এতেকে 'হৰিৰ' পদটো সম্বন্ধ কাৰক। এই দৰে বামুণৰ লৰা, ছাগলীৰ পোৱালি, মাটিৰ চৰু, ইত্যাদি।

৪৯। কিহৰ, কৰ বা কাৰ বুলি প্ৰশ্ন কৰিলে সম্বন্ধ কাৰক থাকিলে ওলাই পৰে। যেনেঃ—ৰজাৰ ঘৰ আৰু নগৰৰ সীমা; কাৰ ঘৰ আৰু কিহৰ সীমা? উত্তৰত, 'ৰজাৰ' আৰু 'নগৰৰ' আৰু

ইহঁত সম্বন্ধ কাৰক।

## অধিকৰণ কাৰক।

৫০। যিয়ে ক্ৰিয়াৰ আধাৰৰূপে কোনো এটা বস্তু ধৰি থাকে, অৰ্থাৎ যিহত কোনো এটা বস্তু থিতাপি হৈ থকা অৰ্থ হয় তাক অধিকৰণ কাৰক বোলে। অধিকৰণ কাৰকত সপ্তমী বিভক্তি যোগ হয়। যেনেঃ—পানীত মাছ থাকে, ইয়াত মাছ পানীত থিতাপি হৈ থকা অৰ্থ বুজাইছে। এতেকে 'পানীত' পদটো অধিকৰণ কাৰক। এইদৰে, সি ঘৰত আছে, নগৰত বাঘ নাই, সি গছত উঠিছে; ইত্যাদি।

৫১। বাক্যৰ ক্ৰিয়াক কিহত, কত, বা কাত বুলি সুধিলে অধিকৰণ কাৰক থাকিলে ওলাই পৰে। যেনেঃ—ডুলিত ধান আছে আৰু বামত দোষ নাই। কিহত ধান আছে আৰু কাত দোষ নাই? উত্তৰত 'ডুলিত' আৰু 'ৰামত,' আৰু ইহঁত অধিকৰণ কাৰক।

## সম্বোধন পদ।

৫২। যি পদে কাকো মাতা বুজায়, তাক সম্বোধন পদ বোলে। অসমীয়া ভাষাত সম্বোধন পদত যেনে শব্দ তেনে থাকে, তাত কোনো বিভক্তি যোগ নহয়। যেনেঃ—হে ডুৰ্গা, হে হৰি, হেৰা বোপাটি, হে প্ৰভু, হে পিতা; ইত্যাদি। কিন্তু কেতিয়াবা কেতিয়াবা পদ্যৰ বাক্য লিখাত সংস্কৃত শব্দৰ অন্তৰ আকাৰ আৰু ইকাৰ গুচি এ, ঈকাৰ গুচি ই, উকাৰ গুচি ও, আৰু ঋকাৰ গুচি অঃ হয়। যেনেঃ—(দুৰ্গা) হে দুৰ্গে, হে হৰে, (হৰি) হে দেবি (দেৱী) হে মাতঃ (মাতৃ); ইত্যাদি।

## (৮) গুণবোধক শব্দৰ বিশেষ বিবৰণ।

৫৩। সংজ্ঞা শব্দৰ দৰে গুণবোধক শব্দৰ লিঙ্গ, বিভক্তি, বচন, পুৰুষ আৰু কাৰক আছে, কিন্তু ইহঁত সদায় ক্লীৱলিঙ্গ, আৰু ইয়াৰ ৰূপো সংজ্ঞা শব্দৰ দৰে। যেনে:—বিনয়েৰে দুষ্টামিক বেগাই দূৰ কৰিব পাৰি।

৫৪। কোনো কোনো সংস্কৃত সংজ্ঞা শব্দ, বিশেষণ শব্দ আৰু সংখ্যা-বাচক শব্দৰ পিচত, তা বা ত্ব যোগ কৰিলে গুণ বোধক শব্দ হয়। যেনে:—

| | | |
|---|---|---|
| মনুষ্য | মনুষ্যত্ব, | |
| গুৰু | গুৰুতা, | গুৰুত্ব |
| ভদ্ৰ | ভদ্ৰতা, | ভদ্ৰত্ব |
| লঘু | লঘুতা, | লঘুত্ব. |
| সাধু | সাধুতা, | সাধুত্ব |
| পঞ্চ | পঞ্চত্ব, | ইত্যাদি। |

৫৫। কেতিয়াবা সংজ্ঞা শব্দৰ পিচত অ যোগ দিলেও গুণ-বোধক শব্দ হয়। যেনে:—(পুৰুষ) পৌৰুষ, (গুৰু) গৌৰৱ; ইত্যাদি।

৫৬। কেতিয়াবা বিশেষণ শব্দৰ পিচত যকাৰ যোগেও গুণ বোধক শব্দ হয়। যেনে:—(প্ৰচুৰ) প্ৰাচুৰ্য্য; (দৃঢ়) দাৰ্ঢ্য; ইত্যাদি।

৫৭। সংজ্ঞা শব্দ আৰু বিশেষণ শব্দৰ পিচত 'আলি' যোগ কৰিলে অসমীয়া গুণ বোধক শব্দ হয়। যেনে:—বান্দৰালি, গাভৰালি, ছটালি, বঙিয়ালি; ইত্যাদি।

৫৮। কেতিয়াবা ধাতুত 'আনি' যোগেও গুণ-বোধক শব্দ হয়। যেনে:—ভুলানি; ইত্যাদি।

৫৯। ত্ব বা তা শেহত থকা দুটা গুণবোধক শব্দ একদেশ চাক্লেৰে লগ লাগিলে শেহৰ শব্দত মাথোন ত্ব বা তা থাকে। যেনে: — লঘুতা সাধুতা = লঘু-সাধুতা; ইত্যাদি।

## (৯) সৰ্ব্বনাম শব্দৰ বিশেষ বিৱৰণ

৬০। তেওঁ সেই কাপোৰখন লৈ তালৈ গৈছিল, কিন্তু এতিয়া লৈকে উলটি অহা নাই। ইয়াত 'তেওঁ' পদ কোনো মানুহ, 'তালৈ' কোনো ঠাই আৰু 'এতিয়ালৈ' সময়ৰ নামৰ সলনি ব্যৱহাৰ হৈছে, আৰু 'সেই' পদে কাপোৰখনক বিশেষকৈ বুজাইছে। ব্যাকৰণত এই চাৰি বিধৰ প্ৰত্যেক বিধক একো প্ৰকাৰ সৰ্ব্বনাম বোলে। এতেকে সৰ্ব্বনাম চাৰি প্ৰকৰা — ব্যক্তি-বোধক সৰ্ব্বনাম, বিশেষণ সৰ্ব্বনাম, কাল-বোধক সৰ্ব্বনাম আৰু স্থান-বোধক সৰ্ব্বনাম।

ব্যক্তি-বোধক সৰ্ব্বনাম।

৬১। যিবোৰ সৰ্ব্বনাম শব্দ কোনো মানুহ, জন্তু বা বস্তুৰ নামৰ সলনি ব্যৱহাৰ কৰা যায়, তাক ব্যক্তি-বোধক সৰ্ব্বনাম বোলে আৰু ইয়াৰ লিঙ্গ, বিভক্তি, বচন পুৰুষ আৰু কাৰক আছে।

ব্যক্তি-বোধক সৰ্ব্বনামবোৰ।

| মূল সংস্কৃত শব্দ | অসমীয়া শব্দ তিনিও লিঙ্গত | পুং | স্ত্ৰী | ক্লী |
|---|---|---|---|---|
| অস্মদ্ | মই | | | |
| যুষ্মদ্ | তুমি, তই | | | |
| যদ্ | যি | | | যিহ |
| তদ্ | তেওঁ | সি | তাই | |
| এতদ্ বা ইদম্ | এওঁ | ই | এই | |
| কিম্ | কোন, কোনো<br>কোনোবা, কেওঁ | | | কিহ |
| আত্মন্ | আপোন | | | |

## ব্যক্তিবোধক সৰ্ব্বনামৰ ৰূপ।

### 'মই' শব্দ (তিনিও লিঙ্গত)।

| এক বচন | বহুবচন। |
|---|---|
| ১মা মই | আমি (১) |
| ২য়া মোক | আমাক |
| ৩য়া মোৰে | আমাৰে |
| ৪ৰ্থী মোলৈ | আমালৈ |
| ৫মী মোৰপৰা | আমাৰপৰা |
| ৬ষ্ঠী মোৰ | আমাৰ |
| ৭মী মোত | আমাত |

### তুমি (মানাৰ্থে তিনিও লিঙ্গত।)

| | |
|---|---|
| ১মা তুমি | তোমালোকে |
| ২য়া তোমাক | তোমালোকক |
| ৩য়া তোমাৰে | তোমালোকেৰে |
| ৪ৰ্থী তোমালৈ | তোমালোকলৈ |
| ৫মী তোমাৰপৰা | তোমালোকৰপৰা |
| ৬ষ্ঠী তোমাৰ | তোমালোকৰ |
| ৭মী তোমাত | তোমালোকত |

### 'তই' (সামান্যাৰ্থে তিনিও লিঙ্গত)।

| | |
|---|---|
| ১মা তই | তহঁতে |
| ২য়া তোক | তহঁতক |
| ৩য়া তোৰে | তহঁতেৰে |

(১) ৰজা, বাতৰি কাকতৰ সম্পাদক, সভাধিকাৰ, মুখীয়াল মণ্ডল আদিয়ে এক বচনৰ মই আদি শব্দৰ সলনি বহুবচনৰ আমি আদি কথা ব্যৱহাৰ কৰে। যেনেঃ—ৰজাই কৈছিল, "প্ৰজা সুখে থাকিলে আমাৰ সুখ আৰু প্ৰজাৰ দুখ হলে আমি দুখ পাওঁ, ঈশ্বৰৰ মতামতলৈ আমি জগদীশ্বৰ নহওঁ।

| এক বচন | বহু বচন। |
|---|---|
| ৪র্থী তোলৈ | তহঁতলৈ |
| ৫মী তোৰপৰা | তহঁতৰপৰা |
| ৬ষ্ঠী তোৰ | তহঁতৰ |
| ৭মী তোত | তহঁতত |

'যি' শব্দ (তিনিও লিঙ্গত।)

| | |
|---|---|
| ১মা যি, যিয়ে, যোনে | যিবিলাকে (১) |
| ২য়া যাক | যিবিলাকক |
| ৩য়া যাৰে | যিবিলাকেৰে |
| ৪র্থী যালৈ | যিবিলাকলৈ |
| ৫মী যাৰপৰা | যিবিলাকৰপৰা |
| ৬ষ্ঠী যাৰ | যিবিলাকৰ |
| ৭মী যাত | যিবিলাকত |

'তেওঁ' শব্দ (মান্যার্থে তিনিও লিঙ্গত।)

| | |
|---|---|
| ১মা তেওঁ | তেওঁবিলাকে (২) |
| ২য়া তেওঁক | তেওঁবিলাকক |
| ৩য়া তেওঁৰে | তেওঁবিলাকেৰে |
| ৪র্থী তেওঁলৈ | তেওঁবিলাকলৈ |
| ৫মী তেওঁৰপৰা | তেওঁবিলাকৰপৰা |
| ৬ষ্ঠী তেওঁৰ | তেওঁবিলাকৰ |
| ৭মী তেওঁত | তেওঁবিলাকত |

'সি' শব্দ (সামান্যার্থে তিনিও লিঙ্গত।)

| | |
|---|---|
| ১মা সি | সিহঁতে, তাহঁতে (৩) |

---

(১) এইদৰে লোক, বোৰ আৰু হঁত কথাও যোগ কৰা হয়; আৰু হঁত যোগ হলে নীহলোকক বুজায়।

(২) এইদৰে লোক কথাও যোগ হয়।

(৩) এইদৰে বিলাক বা সকল কথাও যোগ হয় আৰু তেতিয়া মানুহলোকক বুজায়।

| এক বচন | বহুবচন। |
|---|---|
| ২য়া তাক | সিইতক, তাইতক |
| ৩য়া তাৰে | সিইতেৰে, তাইতেৰে |
| ৪র্থী তালৈ | সিইতলৈ, তাইতলৈ |
| ৫মী তাৰপৰা | সিইতৰপৰা, তাইতৰপৰা |
| ৬ষ্ঠী তাৰ | সিইতৰ, তাইতৰ |
| ৭মী তাত | সিইতত, তাইতত |

তাই শব্দ ( সামান্যার্থে স্ত্রীলিঙ্গত। )

| | |
|---|---|
| ১মা তাই | তাইইতে |
| ২য়া তাইক | তাইইতক |
| ৩য়া তাইৰে | তাইইতেৰে |
| ৪র্থী তাইলৈ | তাইইতলৈ |
| ৫মী তাইৰপৰা | তাইইতৰপৰা |
| ৬ষ্ঠী তাইৰ | তাইইতৰ |
| ৭মী তাইত | তাইইতত |

এওঁ শব্দ ( মান্যার্থে তিনিও লিঙ্গত। )

| | |
|---|---|
| ১মা এওঁ | এওঁবিলাকে ( ১ ) |
| ২য়া এওঁক | এওঁবিলাকক |
| ৩য়া এওঁৰে | এওঁবিলাকেৰে |
| ৪র্থী এওঁলৈ | এওঁবিলাকলৈ |
| ৫মী এওঁৰপৰা | এওঁবিলাকৰপৰা |
| ৬ষ্ঠী এওঁৰ | এওঁবিলাকৰ |
| ৭মী এওঁত | এওঁবিলাকত |

'ই' শব্দ ( সামান্যার্থে পুং লিঙ্গত। )

| | |
|---|---|
| ১মা ই | ইইঁতে ( ২ ) |
| ২য়া ইয়াক | ইইঁতক |

( ১ ) এইদৰে লোক কথাৰো যোগ হয়।

( ২ ) এইদৰে বিলাক আৰু সকল কথাও যোগ হয় আৰু তেতিয়া মান্যলোকক বুজায়।

| | একবচন | বহুবচন। |
|---|---|---|
| ৩য়া | ইয়াৰে | ইহঁতেৰে |
| ৪ৰ্থী | ইয়ালৈ | ইহঁতলৈ |
| ৫মী | ইয়াৰপৰা | ইহঁতৰপৰা |
| ৬ষ্ঠী | ইয়াৰ | ইহঁতৰ |
| ৭মী | ইয়াত | ইহঁতত |

এই শব্দ ( সমান্যার্থে স্ত্রী লিঙ্গত। )

| | | |
|---|---|---|
| ১মা | এই | এইহঁতে |
| ২য়া | এইক | এইহঁতক |
| ৩য়া | এইৰে | এইহঁতেৰে |
| ৪ৰ্থী | এইলৈ | এইহঁতলৈ |
| ৫মী | এইৰপৰা | এইহঁতৰপৰা |
| ৬ষ্ঠী | এইৰ | এইহঁতৰ |
| ৭মী | এইত | এইহঁতত |

'কোনো' শব্দ ( মান্যার্থে তিনিও লিঙ্গত। ) (১)

| | | |
|---|---|---|
| ১মা | কোন | কোনবিলাকে (২) |
| ২য়া | কাক | কোনবিলাকক |
| ৩য়া | কাৰে, কোনেৰে | কোনবিলাকেৰে |
| ৪ৰ্থী | কালৈ | কোনবিলাকলৈ |
| ৫মী | কাৰপৰা | কোনবিলাকৰপৰা |
| ৬ষ্ঠী | কাৰ | কোনবিলাকৰ |
| ৭মী | কাত | কোনবিলাকত |

'কোনো' শব্দ ( তিনিও লিঙ্গত )

| | | |
|---|---|---|
| ১মা | কোনোৱে | কোনোবিলাকে |
| ২য়া | কোনোক | কোনোবিলাকক |
| ৩য়া | কোনোৱে, কোনোৱেৰে | কোনোবিলাকেৰে |

( ১ ) কেওঁশব্দৰ ৰূপো কোন শব্দৰ দৰে; কেৱল প্ৰথমাৰ একবচনত কেওঁৱে, কেৱে হয়।

( ২ ) এই দৰে বোৰ বা হঁত কথাও যোগ হয় আৰু হঁত যোগ হলে নীচ লোকক বুজায়।

| | একবচন | বহুবচন। |
|---|---|---|
| ৪র্থী | কোনোলৈ | কোনোবিলাকলৈ |
| ৫মী | কোনোৰপৰা | কোনোবিলাকৰপৰা |
| ৬ষ্ঠী | কোনোৰ | কোনোবিলাকৰ |
| ৭মী | কোনোত | কোনোবিলাকত |

"'কোনোবা' শব্দ (তিনিও লিঙ্গত।)

| | | |
|---|---|---|
| ১মা | কোনোবাই | কোনোবাবিলাকে |
| ২য়া | কোনোবাক | কোনোবাবিলাকক |
| ৩য়া | কোনোবাৰে | কোনোবাবিলাকেৰে |
| ৪র্থী | কোনোবালৈ | কোনোবাবিলাকলৈ |
| ৫মী | কোনোবাৰপৰা | কোনোবাবিলাকৰপৰা |
| ৬ষ্ঠী | কোনোবাৰ | কোনোবাবিলাকৰ |
| ৭মী | কোনোবাত | কোনোবাবিলাকত |

'যিহ' আৰু 'কিহ' শব্দ।

| | | |
|---|---|---|
| ১মা | যিহে, কিহে | বহুবচন নাই। |
| ২য়া | যিহক, কিহক | |
| ৩য়া | যিহেৰে, কিহেৰে | |
| ৪র্থী | যিহলৈ, কিহলৈ | |
| ৫মী | যিহৰপৰা, কিহৰপৰা | |
| ৬ষ্ঠী | যিহৰ, কিহৰ | |
| ৭মী | যিহত, কিহত | |

'আপোন' শব্দ ( মান্যার্থে তিনিও লিঙ্গত।)

| | | |
|---|---|---|
| ১মা | আপুনি | আপোনাসকলে (১) |
| ২য়া | আপোনাক | আপোনাসকলক |
| ৩য়া | আপোনাৰে | আপোনাসকলেৰে |

(১) এইদৰে লোক কথাবো যোগ হয়।

| | এক বচন | বহু বচন |
|---|---|---|
| ৪ৰ্থী | আপোনালৈ | আপোনাসকললৈ |
| ৫মী | আপোনাৰপৰা | আপোনাসকলৰপৰা |
| ৬ষ্ঠী | আপোনাৰ | আপোনাসকলৰ |
| ৭মী | আপোনাত | আপোনাসকলত |

৬২। যি শব্দৰ সলনি ব্যক্তিবোধক সৰ্ব্বনাম ব্যৱহাৰ কৰা যায়, সি তাৰ লিঙ্গ আৰু বচন লয়। যেনে:—এই তিকতা জনীয়ে কণা বুঢ়াটোক হাতত ধৰি সদায় লৈ ফুৰে, কাৰণ তাই তাৰ ঘৈনীয়েক।

৬৩। একদেশ চিহ্নৰ দ্বাৰা লগ-লগা একবচনৰ দুই বা অধিক শব্দৰ সলনি একবচনৰ সৰ্ব্বনাম ব্যৱহাৰ কৰে। যেনে গৰু-ছাগলী আমাৰ বৰ উপকাৰী দেখি মানুহে 'তাক' যতনেৰে পোহে।

৬৪। কেতিয়াবা কেতিয়াবা এটা সম্পূৰ্ণ বাক্য বা এটা খণ্ড বাক্যৰ সলনি ব্যক্তিবোধক সৰ্ব্বনাম ব্যৱহাৰ কৰে। যেনে:— মানুহ মাত্ৰেই যে এদিন মৰিব তাক সকলোৱে জানে। ছুলি নকটা মানুহ তুমি ভাল পোৱানে? মই হলে 'তাক' ভাল নেপাওঁ। ইয়াত 'তাক' সৰ্ব্বনাম পদ, 'মানুহ মাত্ৰেই যে এদিন মৰিব' এই সম্পূৰ্ণ বাক্য, আৰু 'তাক' সৰ্ব্বনাম 'ছুলি নকটা মানুহ' এই খণ্ড বাক্যৰ সলনি ব্যৱহাৰ কৰা হৈছে।

৬৫। আগতে থকা কোনো ডাঙৰ মানুহৰ বিষয় অতিকৈ মান্য কৰি কোৱাত এওঁ, এওঁৱে, এওঁলৈ, এওঁৰ পৰা, এওঁৰ—এই-বোৰ সৰ্ব্বনামৰ সলনি ক্ৰমে এখেত, এখেতে, এখেতলৈ, এখেতৰপৰা, এখেতৰ এইবোৰ পদ ব্যৱহাৰ কৰা যায়। যেনে:—এখেত আমাৰ গুৰু, এখেতৰ কাৰণেই আসামত অসমীয়া ভাষাই ঠাই পাইছে।

এইদৰে তেওঁ, তেওঁৰ, তেওঁলৈ, তেওঁৰপৰা, তেওঁৰ—এইবিলাকৰ ঠাইত তেখেত, তেখেতে, তেখেতলৈ, তেখেতৰপৰা, তেখেতৰ—এইবোৰ পদ ব্যৱহাৰ কৰে। যেনে :—তেখেত কিয় আহি নেপালে, কব নোৱাৰোঁ।

## বিশেষণ সৰ্ব্বনাম।

৬৬। যিবোৰ সৰ্ব্বনাম শব্দ সজ্ঞা বা গুণবোধক শব্দৰ আগত থাকি তাক বিশেষকৈ বুজায়, তাক বিশেষণ সৰ্ব্বনাম বোলে। বিশেষণ সৰ্ব্বনামৰ লিঙ্গ নাই।
তলত দিয়া বোৰ বিশেষণ সৰ্ব্বনাম।

কোন কোনো যি সি কোনোবা সেই কি এই।
এইয়া সেইয়া সোৱা সৌ যেই ই কেই॥
এনে তেনে যেনে কেনে যেনেবা যিমান।
এনেকুৱা তেনেকুৱা কেনেবা কিমান॥
যেনেকুৱা কেনেকুৱা ইমান সিমান।
সকলো সকল স্বয়ং আপোন তিমান॥
আন অন্য কিছুমান এতেক কেতেক।
আটাই এটাই কিছু যেতেক তেতেক॥ ইত্যাদি।

৬৭। আপোন আৰু স্বয়ং শব্দত বাজে আনবিলাক বিশেষণ সৰ্ব্বনাম সদায় তৃতীয় পুৰুষৰ। আপোন আৰু স্বয়ং যাৰ বিশেষণ হয়, তাৰে পুৰুষ লয়। যেনে :—মই আপুনি গৈছিলোঁ (১ম পুৰুষ,) তুমি স্বয়ং আহিছিলা (২য় পুৰুষ,) তেওঁলোকৰ আপোন দেশ (৩য় পুৰুষ;) ইত্যাদি।

৬৮। বিশেষণ সৰ্ব্বনাম বহুবচনৰ হলে নাইবা এক বচনৰ এটা বিশেষণ শব্দই দুবাৰ উক্ত হলে তাৰ পাচত থকা শব্দ এক বচনত থাকিও বহুবচনৰ অৰ্থ প্ৰকাশ কৰে। যেনে :—যিবিলাক লৰাই, সেইবোৰ গৰুৱে, যি যি ছাত্ৰে; ইত্যাদি। আৰু

কিছু, কিছুমান আৰু কিঞ্চিৎ শব্দৰ বহুবচন নাই, তথাপি সিইতে বহুবচনৰ অৰ্থ প্ৰকাশ কৰে। যেনে:—কিছুমান মানুহ, কিছুমান মাছ; ইত্যাদি।

৬৯। কেতেক শব্দৰ বহুবচনত কেত হয়, আৰু তাত আৰু কি শব্দত বিলাক বা বোৰ শব্দ যোগ হয়। যেনে:— কেতবোৰ, কিবিলাক, কিবোৰ; ইত্যাদি। 

৭০। সি, ই, যি, কোনো, কোনা, কানোবা, সকলো—এইবোৰ বিশেষণ সৰ্ব্বনাম অকলে থাকিলে ব্যক্তিবোধক সৰ্ব্বনাম হয়; আৰু এইয়া, সেইয়া, সোৱা—এইবোৰৰ পাচত থকা সংজ্ঞা শব্দ লুকাই থাকে। 

৭১। ইমান, কিমান, সিমান, যিমান, কিছুমান, কিঞ্চিৎমান, অন্য, আন, এই, সেই, যি, কি, এই, কোনোবা—এইবোৰৰ পিছত থকা শব্দ কদাচিত লুকাই থাকে আৰু বিভক্তি যুক্ত হৈ সিহত সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হয়। যেনে:—ইয়াক কিমানেৰে কিনিছিলা? ইমানত নেপাবা; ইত্যাদি।

৭২। এইবিলাক আৰু এইসকলো শব্দ কেইবাটাও সংজ্ঞা শব্দৰ পাচত থাকি বিভক্তি লৈ নিজে সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হয়। যেনে:—ৰাম, হৰি, যদু আৰু গোপাল এই সকলোকে মাতিব লাগে।

৭৩। অকল, আপোন, এইয়া, কিছু, কিছুমান, কিঞ্চিৎ, কিঞ্চিৎমান, সেইয়া, সোৱা—এই বোৰত বাজে অন্য বিশেষণ সৰ্ব্বনাম শব্দৰ পিছত এক বচনত উপশব্দ যোগ হয়। যেনে:— কানটো মানুহ, যিটি লৰাই; ইত্যাদি।

৭৪। কেতেক, এতেক, তেতেক, যেতেক আদি বিশেষণ সৰ্ব্বনাম সংজ্ঞা শব্দ বা উপশব্দৰ আগত থাকিলে, সিইতৰ শেহৰ ক গুচে। যেনে:—কেতেটা, এতেটি, যেতেটকা, তেতেটি; ইত্যাদি।

### কাল-বোধক সৰ্ব্বনাম।

৭৫। সময় বুজোৱা শব্দৰ সলনি ব্যৱহৃত হোৱা সৰ্ব্বনাম বোৰক কাল-বোধক সৰ্ব্বনাম বোলে। যেনে:—এতিয়ালৈ, কেতিয়াৰপৰা, তেতিয়াৰপৰা; ইত্যাদি। এতিয়া, কাহানি, কেতিয়া, অথনি, তাহানি, তেতিয়া, যেতিয়া, আদি কাল-বোধক সৰ্ব্বনামবোৰ ক্লীবলিঙ্গ আৰু তৃতীয় পুৰুষ।

৭৬। কাল-বোধক সৰ্ব্বনামবোৰ দ্বিতীয়া, তৃতীয়া, চতুৰ্থী, পঞ্চমী, আৰু ষষ্ঠী বিভক্তিৰ এক বচনত ব্যৱহাৰ কৰে। যেনে:—এতিয়াক, এতিয়াৰে, এতিয়ালৈ, এতিয়াৰপৰা, এতিয়াৰ; ইত্যাদি।

৭৭। বিভক্তি যুক্ত নহলে কাল-বোধক সৰ্ব্বনামবোৰ ক্ৰিয়া বিশেষণ হয়। যেনে:—এতিয়া যাম; ইত্যাদি।

### স্থান বোধক সৰ্ব্বনাম।

৭৮। ঠাইৰ নামৰ সলনি ব্যৱহাৰ কৰা সৰ্ব্বনাম বোৰেই স্থান বোধক সৰ্ব্বনাম। যেনে:—ইয়াৰপৰা, তলৈ; ইত্যাদি।

৭৯। যদ্, তদ্, ইদম্, আৰু কিম্ শব্দৰ পৰা ওলোৱা শব্দবোৰ স্থান-বোধক সৰ্ব্বনাম হলে সিইতৰ ঠাইত ৪র্থী, ৫মী, ৬ষ্ঠী আৰু ৭মী বিভক্তিৰ একবচনত ক্ৰমে য, ত, অ আৰু ক সংযোগ হয়। যেনে:—যলৈ, যৰপৰা, যৰ, যত, কলৈ, কৰপৰা, কৰ, কত, ইত্যাদি।

(১০) বিশেষণৰ বিশেষ বিৱৰণ।

৮০। বৰ দীঘল গছ। ইয়াত 'দীঘল' পদে 'গছ' আৰু 'বৰ' পদে 'দীঘল' শব্দক বিশেষ কৰিছে। 'গছ' সংজ্ঞা শব্দ বুলি 'দীঘল' পদ বিশেষ্যৰ বিশেষণ আৰু 'দীঘল' বিশেষণ বুলি 'বৰ' পদ বিশেষণীয় বিশেষণ। এতেকে বিশেষণ দুই প্ৰকাৰ; যেনে:—বিশেষ্যৰ বিশেষণ আৰু বিশেষণীয় বিশেষণ। প্ৰাণী বা বস্তুৰ অৱস্থা বুজোৱা বিশেষণ বোৰ বিশেষ্যৰ বিশেষণ আৰু অন্য বিশেষণক বিশেষ কৰি দেখুৱা বিশেষণবোৰ বিশেষণীয় বিশেষণ।

৮১। বিশেষণ শব্দৰ বিভক্তি আৰু বচন নাই, কেৱল লিঙ্গ আছে আৰু যি শব্দৰ অৱস্থা বুজায়, তাৰ যি লিঙ্গ তাক বিশেষ কৰা বিশেষণবো লিঙ্গ সেয়ে। যেনে:—মুগা বলদ, মুগী গাই; ইত্যাদি।

৮২। হ্রস্ব ইকাৰান্ত বিশেষণ শব্দবোৰ স্ত্ৰীলিঙ্গত দীর্ঘ ঈকাৰান্ত হয়। যেনে:—শুৱনি ডেকা, শুৱনী গাভৰু; ইত্যাদি।

৮৩। ক্লীৱলিঙ্গ শব্দ বিশেষ কৰা বিশেষণবোৰৰ ৰূপ পুংলিঙ্গ শব্দৰ দৰে হয়। যেনে:—সুন্দৰ ঘৰ, বগা কাপোৰ; ইত্যাদি।

৮৪। কোন কোনো বিশেষণ শব্দৰ ৰূপ উভয় লিঙ্গত (পুং স্ত্ৰী) একেদৰে থাকে। যেনে:—ডাঙৰ বলদ, ডাঙৰ গাই; বৰ পুতেক, বৰ জীয়েক; ইত্যাদি।

৮৫। কোনো সংজ্ঞা শব্দৰ আগত সংখ্যাবাচক বা বিশেষণ শব্দ আৰু পাচত অন্য এটা সংজ্ঞা শব্দ থাকিলে, মাজত থকা সংজ্ঞা শব্দটো বিশেষণৰ দৰে ব্যৱহৃত হয়। যেনে:— তিনিহাল

গৰু, এঘৰ মানুহ, সৰহ ভাগ বস্তু। ইয়াত হাল, ঘৰ, আৰু ভাগ বিশেষণ হৈছে।

৮৬। আগত বিশেষণ শব্দ থকা জাতি, ব্যৱসায় আৰু শ্ৰেণী বুজোৱা সংজ্ঞা শব্দ লুকাই থাকিলে তাৰ বিশেষণেই সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হয় আৰু লুকাই থকা শব্দৰ বিভক্তি, বচন আদি লয়। যেনে:—ধনীয়ে দুখীয়াক সহায় কৰা উচিত, নাৱৰীয়াইত আহিছিল, ইংৰাজৰ সদায় জয়; ইত্যাদি।

৮৭। বিশেষণ শব্দৰে সৈতে উপশব্দ যোগ হলে সি বিশেষ কৰা বিশেষ্য কেতিয়াবা লুকাই থাকে আৰু তাকে সংজ্ঞা শব্দৰ দৰে ব্যৱহাৰ কৰে। যেনে:—ভালটি (আগেয়ে জনা শুনা ভাল বস্তুটি) আনিবা; ইত্যাদি।

৮৮। জাতি, ব্যৱসায়, উপাধি আদি বুজোৱা সংজ্ঞা শব্দৰ পাচত শ্ৰেণী বুজোৱা অন্য সংজ্ঞা শব্দ থাকিলে, আগত বহা সংজ্ঞা শব্দ বিশেষণ হয়। যেনে:—কলিতা জাতি, নাপিত মানুহ, কমাৰ মানুহ, বামুণ সমাজ; ইত্যাদি।

৮৯। ঠাই বুজোৱা সামান্য সংজ্ঞা শব্দৰ আগত থকা বিশেষ সংজ্ঞা শব্দ বিশেষণৰ দৰে ব্যৱহৃত হয়। যেনে:—ৰংপুৰ নগৰ, আসাম ৰাজ্য, ভাৰতবৰ্ষ দেশ; ইত্যাদি।

৯০। কেতিয়াবা গোটেই এটা খণ্ড বাক্য এটা বিশেষণৰ দৰে ব্যৱহৃত হয়।—যেনে:—মোক দেখিবলৈ অহা মানুহ জন কেতিয়াই গুচি গৈছে। ইয়াত 'মোক দেখিবলৈ অহা' এই খণ্ড বাক্যটো একেটা বিশেষণ পদ মাথোন।

৯১। যেতিয়া দুই বা অধিক বিশেষণে কেৱল এটা শব্দ

বিশেষ কৰে, তেতিয়া এজন, এটা, বা এডাল আদি শব্দ প্ৰথমটো বিশেষণৰ আগত বহে; কিন্তু যেতিয়া বেলেগ বেলেগ বিশেষণে বেলেগ বেলেগ শব্দ বিশেষ কৰে, তেতিয়া এজন, এটা, বা এডাল আদি শব্দ প্ৰত্যেক বিশেষণৰ আগত বহে। যেনে:—এজন বিনয়ী আৰু জ্ঞানী লৰা (এজন লৰাই বিনয়ী আৰু জ্ঞানী) এজন বিনয়ী আৰু এজন জ্ঞানী লৰা (এজন লৰা বিনয়ী আৰু অন্য এজন জ্ঞানী লৰা)।

৯২। অলপমান, ভালেমান আদি কেতবোৰ বিশেষণৰ পাচত থকা সংজ্ঞা শব্দ লুকাই থাকে আৰু তেতিয়া বিশেষণবোৰ সংজ্ঞা শব্দৰ দৰে ব্যৱহাৰ হয়। যেনে:—ভালেমান পাইছিলোঁ, কিছুমান তেওঁকদি মই অলপমানহে ৰাখিছিলোঁ; ইত্যাদি।

৯৩। সাধাৰণতঃ বিশেষণ বিশেষ্যৰ আগত বহে। যেনে:—বগা গৰু, দীঘল গছ; ইত্যাদি।

৯৪। কোনো বস্তুৰ গুণটো বিশেষকৈ বুজাব লাগিলে বিশেষণ বিশেষ্যৰ পাচত বহে। যেনে:—জুই তপত, সাগৰ দ, বৰফ শীতল; ইত্যাদি।

৯৫। সৰ্ব্বনাম শব্দক বিশেষ কৰা বিশেষণ তাৰ পাচত থাকে। যেনে:—সিহঁত ভাল নহয়; ইত্যাদি।

৯৬।—অসমীয়া সংজ্ঞা শব্দৰ পিচত ঈয়া, উৱা, আল, উৱাল, তীয়া, অতী, অতীয়া, কি, য়ক, উৰা, অনীয়া আদি কথা যোগ কৰিলে বিশেষণ হয়। যেনে:—

| সংজ্ঞা | বিশেষণ | সংজ্ঞা | বিশেষণ |
|---|---|---|---|
| গুটি, | গুটীয়া | ঘৰ, | ঘৰুৱা |

সৰু, এবং মানুহ, সকলো ভাগ বস্তু। ইয়াত হাল, বৰ, আৰু ভাগ বিশেষণ হৈছে।

৮৬। আগত বিশেষণ শব্দ থকা জাতি, ব্যৱসায় আৰু শ্ৰেণী বুজোৱা সংজ্ঞা শব্দ লুকাই থাকিলে তাৰ বিশেষণেই সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হয় আৰু লুকাই থকা শব্দৰ বিভক্তি, বচন আদি লয়। যেনে :—ধনীয়ে দুখীয়াক সহায় কৰা উচিত, নাৱৰীয়াইত আহিছিল, ইংৰাজৰ সদায় জয়; ইত্যাদি।

৮৭। বিশেষণ শব্দৰে সৈতে উপশব্দ যোগ হলে সি বিশেষ কৰা বিশেষ্য কেতিয়াবা লুকাই থাকে আৰু তাকে সংজ্ঞা শব্দৰ দৰে ব্যৱহাৰ কৰে। যেনে :—ভালটি (আগেয়ে জনা শুনা ভাল বস্তুটি) আনিবা; ইত্যাদি।

৮৮। জাতি, ব্যৱসায়, উপাধি আদি বুজোৱা সংজ্ঞা শব্দৰ পাচত শ্ৰেণী বুজোৱা অন্য সংজ্ঞা শব্দ থাকিলে, আগত বহা সংজ্ঞা শব্দ বিশেষণ হয়। যেনে :—কলিতা জাতি, নাপিত মানুহ, কমাৰ মানুহ, বামুণ সমাজ; ইত্যাদি।

৮৯। ঠাই বুজোৱা সামান্য সংজ্ঞা শব্দৰ আগত থকা বিশেষ সংজ্ঞা শব্দ বিশেষণৰ দৰে ব্যৱহৃত হয়। যেনে :— ৰংপুৰ নগৰ, আসাম ৰাজ্য, ভাৰতবৰ্ষ দেশ; ইত্যাদি।

৯০। কেতিয়াবা গোটেই এটা খণ্ড বাক্য এটা বিশেষণৰ দৰে ব্যৱহৃত হয়।—যেনে :—মোক দেখিবলৈ অহা মানুহ জন তেতিয়াই গুচি গৈছে। ইয়াত 'মোক দেখিবলৈ অহা' এই খণ্ড বাক্যটো একেটা বিশেষণ পদ মাথোন।

৯১। যেতিয়া দুই বা অধিক বিশেষণে কেৱল এটা শব্দ

বিশেষ কৰে, তেতিয়া এজন, এটা, বা এডাল আদি শব্দ প্ৰথমটো বিশেষণৰ আগত বহে; কিন্তু যেতিয়া বেলেগ বেলেগ বিশেষণে বেলেগ বেলেগ শব্দ বিশেষ কৰে, তেতিয়া এজন, এটা, বা এডাল আদি শব্দ প্ৰত্যেক বিশেষণৰ আগত বহে। যেনে :— এজন বিনয়ী আৰু জ্ঞানী লৰা (এজন লৰাই বিনয়ী আৰু জ্ঞানী) এজন বিনয়ী আৰু এজন জ্ঞানী লৰা (এজন লৰা বিনয়ী আৰু অন্য এজন জ্ঞানী লৰা)।

৯২। অলপমান, ভালেমান আদি কেতবোৰ বিশেষণৰ পাচত থকা সংজ্ঞা শব্দ লুকাই থাকে আৰু তেতিয়া বিশেষণবোৰ সংজ্ঞা শব্দৰ দৰে ব্যৱহাৰ হয়। যেনে :—ভালেমান পাইছিলোঁ, কিছুমান তেওঁকদি মই অলপমানহে ৰাখিছিলোঁ; ইত্যাদি।

৯৩। সাধাৰণতঃ বিশেষণ বিশেষ্যৰ আগত বহে। যেনে :— বগা গৰু, দীঘল গছ; ইত্যাদি।

৯৪। কোনো বস্তুৰ গুণটো বিশেষকৈ বুজাব লাগিলে বিশেষণ বিশেষ্যৰ পাচত বহে। যেনে :—জুই উপক, সাগৰ দ, বৰফ শীতল; ইত্যাদি।

৯৫। সৰ্ব্বনাম শব্দক বিশেষ কৰা বিশেষণ তাৰ পাচত থাকে। যেনে :—সিইত ভাল নহয়; ইত্যাদি।

৯৬।—অসমীয়া সংজ্ঞা শব্দৰ পিচত ঈয়া, উৱা, আল, উৱাল, তীয়া, অতী, অতীয়া, কি, য়ক, উৱা, অনীয়া আদি কথা যোগ কৰিলে বিশেষণ হয়। যেনে :—

| সংজ্ঞা | বিশেষণ | সংজ্ঞা | বিশেষণ |
|---|---|---|---|
| গুটি, | গুটীয়া | ঘৰ, | ঘৰুৱা |

| সংজ্ঞা | বিশেষণ | সংজ্ঞা | বিশেষণ |
|---|---|---|---|
| তেজপুৰ, | তেজপুৰীয়া | পৰ (অন্য), | পৰুৱা |
| মাটি, | মটীয়া মাটিয়া | বন, | বনুৱা |
| গোচৰ, | গুচৰীয়া | হাল, | হালোৱা |
| সুখ, | সুখী, সুখীয়া | জাল, | জালোৱা |
| দুখ, | দুখী, দুখীয়া | ভাদ, | ভদীয়া |
| আথৈ, | আথৈৰা | জেঠ, | জেঠুৱা |
| মৌ, | মৌৱা | কানি, | কানীয়া |
| গাঁত, | গঁতুৱা | বালি, | বালীয়া |
| পাত, | পতুৱা | কালি, | কালীয়া |
| সাৰ, | সাৰুৱা | বিষ, | বিষাল |
| কাজ, | কাজুৱা | | |
| হাবি, | হাবিয়াল | ভিতৰ, | ভিতৰুৱাল |
| পেট, | পেটাল | গাঁও, | গাৱঁলীয়া<br>গঞা |
| নোম, | নোমাল | আগ, | আগতীয়া |
| খং, | খঙাল | তল, | তলতীয়া |
| বাপ, | বাপতীয়া, বাপতী | মাছ, | মাছলী<br>মাছেকীয়া |
| কথা, | কথাক | মৰম, | মৰমিয়াল |
| খেতি, | খেতিয়ক | ভাও, | ভাৱৰীয়া |
| বুধি, | বুধিয়ক | দাঁত, | দঁতাল |
| দন্দ, | দন্দুৱা | ধপাত | ধপতুৱা |
| জাঁপৰ, | জাপৰা | নাল, | নলীয়া |
| নাও, | নাৱৰীয়া | নেজ, | নেজাল<br>নেজীয়া |

| সংজ্ঞা | বিশেষণ | সংজ্ঞা | বিশেষণ |
| --- | --- | --- | --- |
| এলাহ, | এলেহুৱা, | জোল, | জুলীয়া |
| আলাহ্ন, | এলেহ্নুৱা আলাহ্নুৱা | বিলাত, | বিলাতী |
| কাম, | কামিলা | কপাহ, | কপাহী কপহুৱা |
| লোণ, | লুণীয়া | | |

৯৭। ধাতুৰ পাচত কেতবোৰ কথা যোগ কৰিলেও বিশেষণ হয়। যেনে বনকৰোঁতা কোনো নাই, এই খনেই পঢ়া কিতাপ; ইত্যাদি।

৯৮। দুটাৰ ভিতৰত এটাতকৈ আনটোৰ গুণ বা দোষৰ বঢ়া বা টুটা বুজাবলৈ সংস্কৃত বিশেষণ শব্দৰ পিচত 'তৰ,' আৰু অনেকৰ ভিতৰত এটাৰ গুণ বা দোষৰ বঢ়া বা টুটা বুজাবলৈ 'তম' যুক্ত হয়। যেনে:—এটাতকৈ যি সুন্দৰ সি সুন্দৰতৰ, অনেকতকৈ যি সুন্দৰ সি সুন্দৰতম; ইত্যাদি।

(১১) সংখ্যাবাচক শব্দৰ বিশেষ বিৱৰণ।

৯৯। বিশেষণৰ দৰে সংখ্যাবাচক শব্দবোৰ সংজ্ঞা শব্দৰ আগত বহে। সংখ্যাবাচক শব্দৰ বিভক্তি, বচন, লিঙ্গ আৰু কাৰক নাই।

১০০। আদিত ব্যঞ্জন বৰ্ণ থকা কোনো অসমীয়া শব্দৰ আগত এক, দুই, আৰু ছয় থাকিলে ইহঁতৰ শেহৰ আখৰ লোপ হয়। যেনে:—এগাল, এডাল, দুডাল, দুভাগ, ছজোৰ, ছখন; ইত্যাদি। কিন্তু আদিতে স্বৰ বৰ্ণ থকা কোনো অসমীয়া শব্দৰ আগত বা আদিতে ব্যঞ্জনবৰ্ণ থকা পৰিমাণ আদি বুজোৱা শব্দৰ আগত থাকি লগ লাগিলে ইহঁতৰ শেহৰ আখৰ লোপ

নহয়। যেনে:—এক অনা, দুই অনা, এক আঁটি, ছয় মাইল, দুই গজ, ইত্যাদি। সংস্কৃত শব্দৰে যোগ হলে ইইতৰ শেহৰ আখৰ কদাচিত লুচেও। যেনে:—দুবাৰ, ছয়েজাৰ, একেজাৰ, ইত্যাদি।

১০১। ট, ড বা দ আদিত থকা শব্দৰ আগত তিনি কথা থাকিলে ইয়াৰ শেহৰ ইকাৰ লুচে। যেনে:—তিন টকা, তিন ডাল, তিন দিন; ইত্যাদি।

১০২। আগত সংখ্যাবাচক শব্দ থকা কোনো এটা সংজ্ঞা শব্দ ওচৰা ওচৰকৈ দুবাৰ উল্লেখ কৰিব লাগিলে, শেহৰ বাৰত ই লোপ হয় আৰু তাৰ আগত থকা সংখ্যাবাচক শব্দটোৱে সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হয়। যেনে:—আঠোটা আম আনিছিলোঁ, তাৰে চাৰিটা বেয়া আছিল। কওঁতাৰ জনা থাকিলেও সংখ্যাবাচক শব্দৰ পাচত থকা সংজ্ঞা শব্দ লুকাই থাকে যেনে:—চাৰিটা, পালোঁ; ইত্যাদি।

১০৩। দুই বা অধিক সংজ্ঞা বা সৰ্ব্বনাম শব্দৰ পাচত সিহঁতক বুজোৱা সংখ্যাবাচক শব্দ থাকিলে, ই নিজে সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হয়। যেনে:—ৰাম, হৰি আৰু গোপাল তিনিকো দেখিছিলোঁ, তোমাক আৰু মোক দুয়োকো মাতিছিল; ইত্যাদি।

(১২) ক্ৰিয়াবিশেষণৰ বিশেষ বিৱৰণ।

১০৪। ক্ৰিয়া বিশেষণে:—

(১) ক্ৰিয়াৰ অৱস্থা প্ৰকাশ কৰে। যেনে:—ততালিকে আহিবা, সোনকালে যাবা; ইত্যাদি।

(২) কৃদন্ত শব্দৰ অৱস্থা প্ৰকাশ কৰে। যেনে:—খৰকৈ

লিখা চিঠি, চাকৰে কৰা কাম; ইত্যাদি।

(৩) অন্য ক্ৰিয়াবিশেষণৰ অৱস্থা প্ৰকাশ কৰে। যেনে:— অতি সোনকালে আহিবা, বৰ বেগাই যাবা; ইত্যাদি।

(৪) ক্ৰিয়াৰ কাল বুজায়। যেনে:—নিতৌ আহিবা, সততে সতাত চলিবা; ইত্যাদি।

(৫) ক্ৰিয়াৰ ঠাই দেখায়। যেনে:—বামে যাবা, ইত্যাদি।

(৬) নাম ধাতুৰ অৱস্থা বুজায়। যেনে:—সোনকালে আহিবলৈ কৰা; ইত্যাদি।

১০৫। বিশেষণ শব্দৰ পাচত ই, এ, কৰি, কৈ, দৰে, ভাৱে, মতে, ৰূপে আদি কথাৰ যোগ হলে ক্ৰিয়া বিশেষণ হয়। যেনে:—বেয়াকৈ, ভাল দৰে, বামে, শুদাই, বিনয় ভাৱে, ভাল-মতে, সজৰূপে; ইত্যাদি।

১০৬। ভাল, বেয়া, সৰহ আদি কেতবোৰ বিশেষণ শব্দ ব্যৱহাৰ অনুসাৰে ক্ৰিয়া বিশেষণ হয়। যেনে:—ভাল বাট, সৰহ ভাত; ইয়াত 'ভাল' আৰু 'সৰহ' বিশেষণ। আৰু, দিনে ত্ৰিশ মাইলকৈ ভাল গৈছা, জৰ সৰহ পৰিছে। ইয়াত 'ভাল' আৰু 'সৰহ' ক্ৰিয়াবিশেষণ।

১০৭। সংজ্ঞা শব্দৰ পাচত পতি শব্দ যোগহলে আৰু কদাচিত তে, কৈ, এ, ই আদি শব্দ যোগে ক্ৰিয়া বিশেষণ হয়। যেন লৰাইপতি, মানুহেপতি, আনন্দতে, স্বভাৱতে, মাইলকৈ, দিনে, ৰাতিয়ে, গাই শকত; ইত্যাদি।

১০৮। এই, সেই আদি বিশেষণ সৰ্ব্বনামৰ পাচত থকা পৰিমিত শব্দ ক্ৰিয়া বিশেষণ হয়। যেনে:—সেই পৰিমিত

নহয়। যেনে:—এক অনা, দুই অনা, এক আঁটি, ছয় মাইল, দুই গজ, ইত্যাদি। সংস্কৃত শব্দেৰে যোগ হলে ইইঁতৰ শেষৰ আখৰ কদাচিত গুচেও। যেনে:—দুবাৰ, ছহেজাৰ, এহেজাৰ, ইত্যাদি।

১০১। ট, ড বা দ আদিত থকা শব্দৰ আগত তিনি কথা থাকিলে ইয়াৰ শেষৰ ইকাৰ গুচে। যেনে:—তিন টকা, তিন ডাল, তিন দিন; ইত্যাদি।

১০২। আগত সংখ্যাবাচক শব্দ থকা কোনো এটা সংজ্ঞা শব্দ ওচৰা ওচৰকৈ দুবাৰ উল্লেখ কৰিব লাগিলে, শেষৰ বাৰত ই লোপ হয় আৰু তাৰ আগত থকা সংখ্যাবাচক শব্দটোৱে সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হয়। যেনে:—আঠোটা আম আনিছিলোঁ, তাৰে চাৰিটা বেয়া আছিল। কওঁতাৰ জনা থাকিলেও সংখ্যাবাচক শব্দৰ পাচত থকা সংজ্ঞা শব্দ লুকাই থাকে যেনে:—চাৰিটা পালোঁ; ইত্যাদি।

১০৩। দুই বা অধিক সংজ্ঞা বা সৰ্ব্বনাম শব্দৰ পাচত সিইঁতক বুজোৱা সংখ্যাবাচক শব্দ থাকিলে, ই নিজে সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হয়। যেনে:—ৰাম, হৰি আৰু গোপাল তিনিকো দেখিছিলোঁ, তোমাক আৰু মোক দুয়োকো মাতিছিল; ইত্যাদি।

(১২) ক্ৰিয়াবিশেষণৰ বিশেষ বিৱৰণ।

১০৪। ক্ৰিয়া বিশেষণে:—

(১) ক্ৰিয়াৰ অৱস্থা প্ৰকাশ কৰে। যেনে:—ততালিকে আহিবা, সোনকালে যাবা; ইত্যাদি।

(২) কৃদন্ত শব্দৰ অৱস্থা প্ৰকাশ কৰে। যেনে:—খৰকৈ

লিখা চিঠি, চাকৰে কৰা কাম ; ইত্যাদি ।

(৩) অন্য ক্ৰিয়াবিশেষণৰ অৱস্থা প্ৰকাশ কৰে। যেনে :—অতি সোনকালে আহিবা, বৰ বেগাই যাবা ; ইত্যাদি ।

(৪) ক্ৰিয়াৰ কাল বুজায়। যেনে :—নিতৌ আহিবা, সততে সতাত চলিবা ; ইত্যাদি ।

(৫) ক্ৰিয়াৰ ঠাই দেখায়। যেনে :—বামে যাবা, ইত্যাদি।

(৬) নাম ধাতুৰ অৱস্থা বুজায়। যেনে :—সোনকালে আহিবলৈ কৰা ; ইত্যাদি ।

১০৫। বিশেষণ শব্দৰ পাচত ই, এ, কৰি, কৈ, দৰে, ভাৱে, মতে, ৰূপে' আদি কথাৰ যোগ হলে ক্ৰিয়া বিশেষণ হয়। যেনে :—বেয়াকৈ, ভাল দৰে, বামে, শুদাই, বিনয় ভাৱে, ভাল-মতে, সহজৰূপে ; ইত্যাদি।

১০৬। ভাল, বেয়া, সৰহ আদি কেতবোৰ বিশেষণ শব্দ ব্যৱহাৰ অনুসাৰে ক্ৰিয়া বিশেষণ হয়। যেনে :—ভাল বাটি, সৰহ ভাত ; ইয়াত 'ভাল' আৰু 'সৰহ' বিশেষণ। আৰু, দিনে ত্ৰিশ মাইলকৈ ভাল গৈছা, জৰ সৰহ পৰিছে। ইয়াত 'ভাল' আৰু 'সৰহ' ক্ৰিয়াবিশেষণ।

১০৭। সংজ্ঞা শব্দৰ পাচত পতি শব্দ যোগহলে আৰু কদাচিত তে, কৈ, এ, ই আদি শব্দ যোগে ক্ৰিয়া বিশেষণ হয়। যেন লৰাইপতি, মানুহপতি, আনন্দতে, স্বভাৱতে, মাইলকৈ, দিনে, ৰাতিয়ে, গাই শকত ; ইত্যাদি।

১০৮। এই, সেই আদি বিশেষণ সৰ্ব্বনামৰ পাচত থকা পৰিমিত শব্দ ক্ৰিয়া বিশেষণ হয়। যেনে :—সেই পৰিমত

নাছিল। আন ঠাইত বিশেষণ হয় ; যেনে :—পৰিমিত ভোজন ; ইত্যাদি।

১০৯। বিনা শব্দ ক্ৰিয়া বিশেষণৰ আগত থাকিলে সি নিজে ক্ৰিয়া বিশেষণ হয়। যেনে :—বিনাশ্ৰমে ; ইত্যাদি।

১১০। তেনে, এনে, যেনে, কেনেবা, ইমান, যিমান, সিমান, আদি কথা সংজ্ঞা বা গুণবোধক শব্দৰ আগত থাকিলে বিশেষণ সৰ্ব্বনাম আৰু আন ঠাইত থাকিলে ক্ৰিয়া বিশেষণ হয়। যেনে :— তেনে মানুহ, এনে সাধুতা ; ইয়াত তেনে, এনে বিশেষণ সৰ্ব্বনাম। তেনে নকৰিবা, এনে থৰকৈ নকৰা, সিমান নাযাবা ; ইয়াত তেনে, এনে আৰু সিমান ক্ৰিয়া বিশেষণ।

১১১। সময় বুজোৱা শব্দবিলাকত বিভক্তি যোগ নেথাকিলে, ইহঁত ক্ৰিয়া বিশেষণ হয়। যেনে :—কালি আহিলোঁ, আজি যাম ; ইত্যাদি।

১১২। মাত্ৰ শব্দ বিশেষণ আৰু ক্ৰিয়া বিশেষণ দুয়ো হয়। বিশেষণ হলে ইয়াৰ অৰ্থ আটাইবিলাক, আৰু ক্ৰিয়া বিশেষণ হলে মাথোন বা মুঠে হয়। যেনে :—

(১) বিশেষণ—বাঘে জন্তু মাত্ৰকে হিংসা কৰে = বাঘে সকলো জন্তুকে হিংসা কৰে।

(২) ক্ৰিয়া বিশেষণ—মোৰ হাতত তিন টকা মাত্ৰ আছে = মোৰ হাতত তিন টকা মাথোন আছে।

(১৬) উপশব্দৰ বিশেষ বিৱৰণ।

১১৩। টা, টো, টী, খন, খান, খনি, গছ, গছি, জোপা, ডাল, ডালি, জন, জনা, জনী, পাট, পাটি আদিবোৰ উপশব্দ।

ইয়াৰে টী আৰু জনী স্ত্ৰীলিঙ্গ শব্দৈসেতে আৰু আনবোৰ পুংলিঙ্গ আৰু ক্লীবলিঙ্গ শব্দৈসেতে লগ লাগে। যেনে:— মানুহজন, তিৰুতাজনী, বাঘটো; ইত্যাদি।

১১৪। এক বচনৰ সংজ্ঞা শব্দৰ পাচত উপশব্দ লগ লাগে। যেনে:—গৰুটো, হালখন; ইত্যাদি। বহুত বুজালেও সংখ্যা-বাচক শব্দৰ পাচত উপশব্দ জোৰা থায়। যেনে:—হাজাৰটি, হালখন; ইত্যাদি।

১১৫। এক, দুই আৰু ছয়ৰ লগত উপশব্দ যোগ হলে ইয়াৰ শেহৰ আখৰ গুচে। যেনে:—এটা দুখন, দুডাল, ছটা; ইত্যাদি। টা উপশব্দৰ যোগত পাঁচ, সাত, আঠ, আৰু দহ শব্দ ওকাৰান্ত আৰু টিৰ যোগত উকাৰান্ত হয়। যেনে:—পাঁচোটা, দহোটা, সাতুটি, আঠুটি; ইত্যাদি। আৰু সাতোটি, আঠোটি এনেও হয়।

১১৬। এই, সেই আদি বিশেষণ সৰ্ব্বনাম আৰু সংখ্যা-বাচক শব্দৈসেতে উপশব্দ যোগ হলে তাৰ পাচত থকা সংজ্ঞা শব্দ কেতিয়াবা কেতিয়াবা লুকাই থাকে। যেনে:—এইটো দেখিছোঁ, পাঁচোটা আহিছোঁ; ইত্যাদি।

## (১৪) অব্যয় শব্দৰ বিশেষ বিবৰণ।

১১৭। হেৰা ললিত, এতিয়া লৰাটিনো কেনে আছে? হায় হায়, তাক মাৰি পেলাবা, দেখিছোঁ। হৰি বা যদুৰ লগত যদি তাক কলিকতালৈ পঠালা হেঁতেন, তেন্তে সি এতিয়ালৈ ভাল হল হেঁতেন। ইয়াত 'হেৰা' সম্বোধন কৰাত, 'নো' প্ৰশ্ন কৰাত, 'হায় হায়,' বেজাৰ প্ৰকাশত, 'বা' বেলেগ কৰা অৰ্থত, 'যদি'

সন্দেহ থকা অৰ্থত, 'নগত' লগতীয়া ভাৱত, আৰু 'তেন্তে' সম্বন্ধ থকা অৰ্থত ব্যৱহাৰ হৈ একো একোটা অব্যয় পদ হৈছে। ব্যাকৰণত ইইতৰ প্ৰত্যেকটোৱে একো একোবিধ অব্যয়। এতেকে অব্যয় শব্দ সাত প্ৰকাৰ। যেনে:—যোজক, পৃথক-বোধক, সন্দেহ-বোধক, ভাৱবোধক, আনুষঙ্গিক, সম্বোধনাৰ্থক, আৰু প্ৰশ্ন-বোধক অব্যয়।

## যোজক অব্যয়।

১১৮। যিবোৰ অব্যয় শব্দ দুটা পদ বা বাক্যৰ মাজত থাকি সেই দুটা পদ বা বাক্যৰ ইটোৰ লগত সিটোৰ সম্বন্ধ থকা বুজায়, তাক যোজক অব্যয় বোলে। যেনে ৰাম আৰু হৰি যাবা আৰু তেওঁক লগতে লৈ আহিবা। ইয়াত আৰু পদে হৰিৰ লগত ৰামৰ আৰু দ্বিতীয় 'আৰু' পদে 'তেওঁক লগতে লৈ আহিবা' বাক্যৰ লগত 'ৰাম আৰু হৰি যাবা' বাক্যৰ সম্বন্ধ থকা বুজাইছে। অথচ, অপৰ, অতএব আৰু এতেকে, এবং, কাৰণ, কাৰণে, কিয়নো, তথা, তেন্তে, দেখি, নিমিত্তে, যথা, যেনে, হেতু, হেনে ইত্যাদি। যোজক অব্যয়।

১১৯। 'ও' শব্দ যোজক অব্যয়, কিন্তু বেলেগে নথাকি যি পদক ই অন্য পদে সৈতে লগ লগায়, তাৰ পাচত ই যোগ হয়। যেনে:—মই তোমাৰ ঘৰলৈ যাম আৰু 'থামো'; ইত্যাদি।

১২০। কাৰণ, কাৰণে, নিমিত্তে, হেতু, দেখি আদি অব্যয় শব্দৰ আগত এই, সেই, কি, যি আদি বিশেষণ সৰ্ব্বনাম থাকে। যেনে:—সেই দেখি, এই কাৰণে, যি হেতু কি নিমিত্তে; ইত্যাদি। কাৰণ আৰু হেতু শব্দ ব্যৱহাৰ অনুসাৰে সংজ্ঞা শব্দও হয়। যেনে:—ইয়াৰ কাৰণ আছে, তাৰ হেতু এই ইত্যাদি যোজক অব্যয়।

পৃথক-বোধক বা বিয়োজক অব্যয়।

১২১। যিবোৰ অব্যয় শব্দ দুটা পদ বা দুটা বাক্যৰ মাজত থাকি সিহঁত দুটাৰ অৰ্থ বেলেগ কৰে, তাক পৃথক-বোধক অব্যয় বোলে। যেনে:—ৰাম বা হৰি আহিব লাগে, ৰাম স্কুলতে পঢ়িব নাইবা ঘৰলৈ গুচি যাব। ইয়াত 'বা' পদে হৰিৰ পৰা ৰামক, আৰু 'নাইবা' পদে 'ৰাম ঘৰলৈ গুচি যাব' বাক্যৰ পৰা 'ৰাম স্কুলতে পঢ়িব' বাক্যক বেলেগ কৰিছে। অথবা, কি, কিন্তু, কিম্বা, তথাপি, তথাচ, যদিচ, যদ্যপি, তেও, নতুবা, নাইবা, বা, বিশেষ; ইত্যাদি বিয়োজক অব্যয়।

সন্দেহ-বোধক অব্যয়।

১২২। যিবোৰ অব্যয় শব্দ দুটা পদ বা দুটা বাক্যৰ মাজত থাকি সিহঁত দুটাৰ অৰ্থত আশঙ্কা থকা বুজায়, তাক সন্দেহ-বোধক অব্যয় বোলে। যেনে:—যদি তেওঁ আজি নাহে তেন্তে মোৰ কালি যোৱা নহব হবলা। ইয়াত 'যদি' পদৰ ব্যৱহাৰৰ পৰা তেওঁৰ অহা আৰু মোৰ যোৱাৰ সন্দেহ থকা বুজাইছে। যদি, যদিও, যদিসাং আদি সন্দেহ বোধক অব্যয়।

ভাৱ-বোধক অব্যয়।

১২৩। যিবোৰ অব্যয় শব্দে মনৰ দুখ, বেজাৰ, ঘিণ, লাজ, ভয়, বিস্ময় আদি ভাৱ প্ৰকাশ কৰে, তাক ভাৱ-বোধক অব্যয় বোলে। যেনে:—হায়-হায়! তেওঁ অকালতে স্বৰ্গী হল! ইয়াত 'হায়, হায়' অব্যয় পদে মনৰ দুখৰ ভাব প্ৰকাশ কৰিছে। আই, আঃ, ইচ্, ইঃ, ঈস্, উঃ উস্, ও, ছিছি, ছিঃ, হায়, হায়-হায় আদি ভাৱ-বোধক অব্যয়।

১২৪। কোনো কোনো সংজ্ঞা শব্দও ভাব-বোধক অব্যয়ৰ দৰে ব্যৱহৃত হয়। যেনে:—ৰাম ৰাম! ই কেনে বেয়া গোন্ধায়, ইত্যাদি।

আনুষঙ্গিক অব্যয়।

১২৫। যিবোৰ অব্যয় শব্দৰ যোগত সংজ্ঞা বা সৰ্ব্বনাম শব্দে বেলেগ বেলেগ অৰ্থ প্ৰকাশ কৰে, তাক আনুষঙ্গিক অব্যয় শব্দ বোলে। আনুষঙ্গিক অব্যয় শব্দ বিলাকে নিজে কোনো সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰিব নোৱাৰে। সৈতে, হতুৱাই, বাজে, বাহিৰে, কি, নিচিনা, আদি, অৰ্থে, প্ৰতি, বিনে, বিনা, হে, তো, মতে, যেন, অনুসাৰে, অনুসৰি ইত্যাদি আনুষঙ্গিক অব্যয়।

১২৬। কাৰণ, কাৰণে, নিমিত্তে, দৰে, বাবে, হেতু আদি অব্যয় শব্দবোৰ এই, সেই আদি বিশেষণ সৰ্ব্বনামৰ পাচত থাকিলে যোজক অব্যয়, আৰু সংজ্ঞা বা ব্যক্তিবোধক সৰ্ব্বনাম শব্দৰ পাচত থাকিলে আনুষঙ্গিক অব্যয় হয়। যেনে:—এই নিমিত্তে, সেই কাৰণে। ইয়াত 'নিমিত্তে' আৰু 'কাৰণে' যোজক অব্যয়। আৰু মানুহৰ 'নিমিত্তে' আৰু তোমাৰ কাৰণে; ইয়াত 'নিমিত্তে' আৰু 'কাৰণে' আনুষঙ্গিক অব্যয়।

১২৭। একে ঠাইতে এটা ক্ৰিয়া দুবাৰ উল্লেখ কৰি প্ৰথম বাৰৰ শেহত 'হে' যোগ কৰিলে, ই ঘনে ঘনে উক্ত হোৱা বুজায়। যেনে:—তেওঁ কলেহে কলে; ইত্যাদি।

১২৮। বিনা শব্দ ক্ৰিয়া-বিশেষণৰ আগত থাকিলে ই নিজে ক্ৰিয়া-বিশেষণ হয়। যেনে:—বিনাদুখে; ইত্যাদি। কিন্তু 'হৰিত বিনা' এনে ঠাইত আনুষঙ্গিক অব্যয়।

সম্বোধনাৰ্থক অব্যয়।

১২৯। যিবোৰ অব্যয় শব্দ কোনো এটাক মাতোঁতে ব্যৱহাৰ কৰা যায়, তাক সম্বোধনাৰ্থক অব্যয় বোলে। যেনে:—হে, দয়াময়, হেৰা লৰা; ইয়াত 'হে' আৰু 'হেৰা' বুলি সম্বোধন কৰা হৈছে। অ, ঐ, হে হেৰ, হেৰা আদি সম্বোধনাৰ্থক অব্যয়।

প্ৰশ্নাৰ্থক অব্যয়।

১৩০। যিবোৰ অব্যয় শব্দ প্ৰশ্ন কৰাত ব্যৱহাৰ কৰা যায়, তাক প্ৰশ্নাৰ্থক অব্যয় বোলে। যেনে:—ৰাম আহিব নে? তেওঁ নো কত আছে? ইয়াত 'নে' আৰু 'নো' যোগৰ পৰা প্ৰশ্ন কৰা বুজাইছে। নে, নো, আৰু জানো প্ৰশ্নাৰ্থক অব্যয়।

( ১৫ ) অনুকাৰ আৰু অনুৰূপ শব্দ।

১৩১। অনুকাৰ আৰু অনুৰূপ শব্দৰ বিশেষ বিৱৰণ দিয়া নহল। অনুকাৰ শব্দৰ কোনো বিভক্তি, বচনাদি নাই, (১) আৰু যি সংজ্ঞা শব্দে সৈতে অনুৰূপ শব্দ ব্যৱহাৰ কৰা হয়, ই তাৰে সৈতে একে পদ হয়। কৃদন্ত শব্দৰ বিষয় ধাতু প্ৰকৰণত লিখা হব।

( ১৬ ) উপসৰ্গ।

১৩২। প্ৰ, পৰা, অপ, সং, নি, অব, অনু, নিৰ্, দুৰ্, বি, অধি, সু, উৎ, পৰি, প্ৰতি, অভি, অপি, অতি, উপ, আ—এই কুড়িটা উপসৰ্গ। উপসৰ্গবোৰ শব্দৰ আগত থাকি তাৰে যুক্ত

(১) অনুকাৰ শব্দত অনি যোগে সংজ্ঞা শব্দ হয়। যেনে:—হৰ্-হৰনি, হুম্-হুমনি; ইত্যাদি।

হয় আৰু তাৰ অৰ্থ লৰ-চৰ কৰে। যেনে :—প্ৰণাম, আগমন, প্ৰতিগমন ; ইত্যাদি।

১৩৩। উপসৰ্গ যি শব্দে সৈতে যুক্ত হয়, সিইত দুয়ো মিলি একেটা শব্দ হয় আৰু এনেকৈ সিদ্ধ হোৱা কথাবোৰ সংজ্ঞা বা বিশেষণ শব্দ হয়।

১৩৪। উপসৰ্গবোৰ সংস্কৃত ; এতেকে ইইত সংস্কৃত শব্দে সৈতে মাথোন লগ লাগে। 'নি' আৰু 'বি' অসমীয়া শব্দৰ লগতো যাগ হয়। যেনে :—নিবল, নিলগ, বিজোৰ, বিজোখ ; ইত্যাদি।

## ৩। ধাতু প্ৰকৰণ।

### (১) ধাতু।

১। হ,ল, খা, যা, কৰ, ধৰ, আদি যি বিলাক মাত্তে কোনো কাৰ্য্য কৰা বুজায়, তাক ধাতু বোলে।

২। চাৰিবিধ অসমীয়া ধাতুৰে ক্ৰিয়াপদ ৰচিত হয়। যেনে:—মূল ধাতু, আনুষঙ্গিক ধাতু, নিজন্ত ধাতু, আৰু যিঙ্গন্তাৰ্থক ধাতু।

৩। হ,ল, খা, যা, আদি অসমীয়া মূল ধাতু।

৪। অন্যক পঠা অৰ্থত অসমীয়া মূল ধাতুৰ পাচত আ বা ৱা যোগ কৰিলে যি ধাতু যুগুত হয়, তাক নিজন্ত বা প্ৰত্যয়ান্ত ধাতু বোলে। যেনে :—ৰখা, কৰা, দিয়া, লোৱা ; ইত্যাদি।

৫। এটা ধাতুৰ ই ভাগান্ত সিদ্ধা ক্ৰিয়াৰে সৈতে কোনো কোনো মূল ধাতুৰ যোগত যি ধাতু যুগুত হয়, তাক আনুষঙ্গিক বা লগৰীয়া ধাতু বোলে। যেনে:—খাই-ল, আহি-যা, শুই-ল; ইত্যাদি।

৬। অসমীয়া ভাষাত সংজ্ঞা আৰু অনুকাৰ শব্দৰ পৰা হোৱা ধাতু বিলাকক যিঙ্গন্তাৰ্থক ধাতু বোলে। যেনে:—মৰিয়া, শুনিয়া, ৰুৰ্-ৰুৰা, চুপ্-চুপা ; ইত্যাদি।

সকৰ্ম্মক আৰু অকৰ্ম্মক ধাতু।

৭। হৰিৰামে কালিক মাতিছিল। ইয়াত হৰিৰামৰ মতা কাৰ্য্যৰ ভিৰ কালিত পৰি কালিক কৰ্ম্ম কাৰক কৰিছে। এতেকে মাত ধাতু সকৰ্ম্মক। মাত্, মাৰ্, ধৰ্, কৰ্, খা আদি সকৰ্ম্মক ধাতু।

যিবোৰ ধাতুৰ ক্ৰিয়াৰ এটাকৈ কৰ্ম্মকাৰক থাকে তাক সকৰ্ম্মক ধাতু বোলে।

হৰিৰাম আহিছে। ইয়াত হৰিৰামৰ অহা কাৰ্য্যৰ ভিৰ কতো পৰা নাই। এতেকে আহ্ ধাতু অকৰ্ম্মক। আহ্, যা, লৰ্, শো আদি ধাতু অকৰ্ম্মক।

যিবোৰ ধাতুৰ ক্ৰিয়াৰ কৰ্ম্মকাৰক নাথাকে তাক অকৰ্ম্মক ধাতু বোলে।

৮। ধাতুৰ ক্ৰিয়াক কাক, কিহক, বা কি বুলি প্ৰশ্ন কৰিলে যদি উত্তৰ দিব পাৰি তেন্তে তাক সকৰ্ম্মক ধাতু বুলি জানিব লাগে, কিন্তু উত্তৰ দিব নোৱাৰিলে সেই ক্ৰিয়াৰ ধাতু অকৰ্ম্মক।

৯। হৰিৰামে কালিক এখন কিতাপ দিছিল। ইয়াত 'দিয়া' ক্ৰিয়াৰ কাৰ্য্যৰ ভিৰ 'কালি' আৰু 'কিতাপ' দুয়োতো পৰিছে; এতেকে উইক দুয়ো দিছিল ক্ৰিয়াৰ কৰ্ম্ম।

যিবোৰ ধাতুৰ দুটাকৈ কৰ্ম্ম কাৰক থাকে, তাক দ্বিকৰ্ম্মক ধাতু বোলে। দ্বিকৰ্ম্মক ধাতুৰ ক্ৰিয়াৰ যিটি কৰ্ম্ম প্ৰধান ভাবে অবলম্বন কৰে তাক মুখ্য কৰ্ম্ম আৰু আনটোক গৌণ কৰ্ম্ম বোলা যায়। সাধাৰণতে মুখ্য কৰ্ম্ম বস্তুবোধক আৰু গৌণ কৰ্ম্ম ব্যক্তি-বোধক হয়। পণ্ডিতে ছাত্ৰক ব্যাকৰণ শিকায়। ইয়াত 'ছাত্ৰক' গৌণকৰ্ম্ম আৰু 'ব্যাকৰণ' মুখ্য কৰ্ম্ম।

১০। কেতিয়াবা কেতিয়াবা সকৰ্ম্মক ধাতুৰ কৰ্ম্মকাৰক

লুকাই থাকে। যেনে:—লৰাইতে (পাঠ) পঢ়িছে, তেওঁ খাইছে।

১১। পচঁা অৰ্থত অকৰ্ম্মক ধাতু সকৰ্ম্মক আৰু সকৰ্ম্মক ধাতু দ্বিকৰ্ম্মক হয়। যেনে:—

অকৰ্ম্মক { ছাত্ৰবিলাক বহিছে। লৰা শুইছে।

সকৰ্ম্মক { পণ্ডিতে ছাত্ৰবিলাকক বহুৱাইছে। মাকে লৰাক শুৱাইছে।

দ্বিকৰ্ম্মক { পণ্ডিতে ছাত্ৰক ভূগোল শিকাইছে। মাকে লৰাক ভাত খুৱাইছে।

## (২) ক্ৰিয়া পদ।

১২। ৰাম বহি ভাত খাইছে। ইয়াত 'বহ' ধাতুত 'ই' যোগ হৈ বহি, আৰু 'খা' ধাতুত 'ইছে' যোগ হৈ খাইছে পদ সিদ্ধ হৈছে। ব্যাকৰণত এনেকৈ যুগুত হোৱা পদ বিলাকক ক্ৰিয়া বোলে।

ধাতুৰে সৈতে কিছুমান চিহ্ন যুক্ত হৈ কাৰ্য্য কৰা বুজালে তাক ক্ৰিয়া পদ বোলে। যেনে:—কৰে, ধৰিছে, আছি, খাই, কৰোতে, ধৰিলত; ইত্যাদি।

১৩। ক্ৰিয়াপদ দুই প্ৰকাৰ; যথা:—সাধ্য আৰু সিদ্ধ।

(১) ৰাম আহিছে। ইয়াত 'আহিছে' ক্ৰিয়া যোগ হৈ বাক্যটোৰ সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰিছে। ব্যাকৰণত এনেকৈ সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰি বুজোৱা ক্ৰিয়া বিলাকক সাধ্য ক্ৰিয়া বোলা যায়।

বাক্যৰ সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰি বুজোৱা ক্ৰিয়া পদ বোৰক সাধ্য (সমাপিকা) ক্ৰিয়া বোলে। যেনে:—কৰোঁ, কৰিছে, ধৰিছিলা, আহিলহেঁতেন, খাম; ইত্যাদি।

(২) ৰাম আছি। ইয়াত 'আছি' ক্ৰিয়া-পদ যোগ থকাতো বাক্যটোৰ সম্পূৰ্ণ অৰ্থ প্ৰকাশ হোৱা নাই অৰ্থাৎ অসম্পূৰ্ণই আছে। ব্যাকৰণত এনেকুৱা ক্ৰিয়া পদবোৰক সিদ্ধা ক্ৰিয়া বোলে।

বাক্যৰ সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰিব নোৱৰা ক্ৰিয়াপদ বিলাকক সিদ্ধা (অসমাপিকা) ক্ৰিয়া বোলে। যেনেঃ—আছি, খাই, কৰি, নি, লৈ; ইত্যাদি।

১৪। সাধ্যা ক্ৰিয়াৰ বিভক্তি, বচন, পুৰুষ আৰু কাল আছে, আৰু এইবোৰ যোগত ই বেলেগ বেলেগ আকাৰ ধৰে।

ক্ৰিয়াৰ পুৰুষ।

১৫। ক্ৰিয়াৰ পুৰুষ তিনি প্ৰকাৰ; যথা—প্ৰথম পুৰুষ, দ্বিতীয় পুৰুষ, আৰু তৃতীয় পুৰুষ। কৰ্ত্তা কাৰক অনুসৰি ক্ৰিয়াৰ পুৰুষ হয় অৰ্থাৎ কৰ্ত্তা কাৰক প্ৰথম পুৰুষৰ হলে তাৰ ক্ৰিয়াও প্ৰথম পুৰুষ, দ্বিতীয় পুৰুষৰ হলে দ্বিতীয় পুৰুষ আৰু তৃতীয় পুৰুষৰ হলে তৃতীয় পুৰুষৰ হয়। যেনেঃ—

(১ম পুৰুষ) মই বহিছোঁ—১ম পুৰুষৰ ক্ৰিয়া।
(২য় পুৰুষ) তুমি বহিছা—২য় পুৰুষৰ ক্ৰিয়া।
(৩য় পুৰুষ) তেওঁ বহিছে—৩য় পুৰুষৰ ক্ৰিয়া।

(৩) কাল।

১৬। (১) মই ভাত খাওঁ।
(২) মই ভাত খাইছিলোঁ।
(৩) মই ভাত খাম।

ইয়াত প্ৰতিটো ক্ৰিয়াপদে কাৰ্য্যৰ সময় প্ৰকাশ কৰিছে। "খাওঁ" ক্ৰিয়াই বৰ্ত্তমান সময়, 'খাইছিলোঁ' ক্ৰিয়াই অতীত সময়, আৰু "খাম" ক্ৰিয়াই ভবিষ্যৎ সময় প্ৰকাশ কৰিছে। ব্যাকৰণত

ক্ৰিয়াৰ সময়ক কাল বোলে। এতেকে কাল তিনি প্ৰকাৰঃ— বৰ্ত্তমান কাল, ভূত (অতীত) কাল, আৰু ভবিষ্যৎ কাল।

বৰ্ত্তমান কাল।

১৭। ৰাম গুৱাহাটীলৈ আহিছে, বেলিয়ে পোহৰ দিয়ে। ইয়াত "আহিছে" ক্ৰিয়াই ৰাম কোনো কাৰণে গুৱাহাটীলৈ সম্প্ৰতি অহা আৰু 'দিয়ে' ক্ৰিয়াই বেলিয়ে সদায় পোহৰ দিয়া বুজাইছে। এতেকে বৰ্ত্তমান কাল দুই প্ৰকাৰঃ—স্বৰূপ বৰ্ত্তমান আৰু নিত্য বৰ্ত্তমান।

(১) যি ক্ৰিয়া সম্প্ৰতি কৰি থকা বুজায়, তাৰ কালক স্বৰূপ বৰ্ত্তমান কাল বোলে (১)

(২) যি ক্ৰিয়া সদায় চলি থকা বুজায়, তাৰ কালক নিত্য-বৰ্ত্তমান কাল বোলে।

ভূত কাল।

১৮। (১) মই আহিলোঁ।

(২) তুমি খাই থাকোঁতে মই আহিছিলোঁ। বা তুমি খোৱাৰ আগেয়ে মই আহিছিলোঁ।

(৩) তুমি যোৱা হলে মই আহিলোহেঁতেন।

ইয়াত আহিলোঁ ক্ৰিয়াই অহা কাম একেবাৰে শেষ হৈ যোৱা "আহিছিলোঁ" ক্ৰিয়াই অন্য এজনে কাম কৰি থাকোঁতে বা কৰাৰ আগেয়ে অহা আৰু "আহিলোহেঁতেন" ক্ৰিয়াই অতীত কালত অহাৰ সম্ভাৱনা থকা কিন্তু অহাৰ আগেয়ে অহাৰ সময় অতীত হৈ যোৱা বুজাইছে।

* (১) লাগ ধাতুৰ স্বৰূপ বৰ্ত্তমান কালৰ ক্ৰিয়াৰ আগত কোনো নাম ধাতু দিলে, সেই ক্ৰিয়াৰ কালক সবল বৰ্ত্তমান কাল বোলে।

এতেকে ভূত কাল তিনি প্ৰকাৰঃ—স্বৰূপ ভূত, অপূৰ্ণভূত, আৰু সম্ভাব্যভূত।

(১) যি ক্ৰিয়াই একেবাৰে শেহ হৈ যোৱা বুজায়, সেই-ক্ৰিয়াৰ কালক স্বৰূপভূত কাল বোলে।

(২) যি ক্ৰিয়া অতীত কালত কোনো এটা কাম কৰি থাকোঁতে বা তাৰ আগেয়ে কৰা বুজায়, তাৰ কালক অপূৰ্ণভূত কাল বোলে।

(৩) যি ক্ৰিয়া আগেয়ে ঘটিবৰ সম্ভাৱনা আছিল কিন্তু নবটাকৈ সময় অতীত হ'ল, সেইক্ৰিয়াৰ কালক সম্ভাব্যভূত কাল বোলে।

ভবিষ্যৎ কাল।

১৯। আগলৈ যি ক্ৰিয়া হব, তাৰ কালক ভবিষ্যৎ কাল বোলে। যেনেঃ—থাম, যাব, কৰিবা ; ইত্যাদি।

লোট বা আদেশ ক্ৰিয়া।

২০। ততালিকে কাৰ্য্য কৰিবলৈ আদেশ বা প্ৰাৰ্থনা কৰা অৰ্থত বৰ্ত্তমান কালত দ্বিতীয় আৰু তৃতীয় পুৰুষত আৰু দুয়ো বচনত আদেশ ক্ৰিয়া ব্যৱহাৰ হয়।

( ৪ ) ক্ৰিয়া-বিভক্তি।

২১। ধাতুবোৰৈতে যিবোৰ চিহ্ন যুক্ত হৈ সাধ্য ক্ৰিয়াবোৰ ৰচিত হয়, তাক ক্ৰিয়া বিভক্তি বোলে।

২২। ক্ৰিয়া বিভক্তিবোৰ :—

এক বচন।

| | | ১ম পুৰুষ | ২য় পুৰুষ | ৩য় পুৰুষ |
|---|---|---|---|---|
| (১) | স্বৰূপ বৰ্ত্তমান | ইছোঁ, | ইছা, | ইছে। |
| | নিত্য বৰ্ত্তমান | ওঁ, | আঁ, | এ |

| | | ১ম পুৰুষ | ২য় পুৰুষ | ৩য় পুৰুষ |
|---|---|---|---|---|
| | | **এক বচন** | | |
| (২) | স্বৰূপ ভূত | ইলোঁ, | ইলা | ইলে। |
| | অপূৰ্ণভূত | ইছিলোঁ, | ইছিলা, | ইছিল। |
| | সম্ভাব্যভূত | ইলোঁহেতেন, | ইলাহেতেন, | ইলেহেতেন। |
| (৩) | ভবিষ্যৎ | ইম, | ইবা, | ইব। |
| (৪) | লোট্, | — | আঁ, | ওক, অক। |

তুচ্ছাৰ্থে হলে দ্বিতীয় পুৰুষৰ ইছা, আঁ, ইলা, ইছিলা, ইলাহেতেন আৰু ইবা বিভক্তিৰ ঠাইত ক্ৰমে ইছ, অ, ইলি, ইছিলি, ইলিহেঁতেন আৰু ইবি হয়; এবং ইকাৰান্ত ধাতুৰ পাছত থাকিলে আঁ বিভক্তিৰ ঠাইত এ আৰু আন ঠাইত তাৰ লোপ হয়।

২৩। বহু বচনত বিভক্তিৰ ৰূপ পৰিবৰ্ত্তন নহয়, কেৱল সকলো কালত প্ৰথম আৰু দ্বিতীয় পুৰুষৰ বিভক্তিৰ পাছত বিকল্পে হঁক কথাৰ যোগ হয়।

২৪। ধাতুৰ ৰূপ :—

(ক) মূল ধাতু।

ব্যঞ্জনান্ত 'মাৰ' ধাতু।

স্বৰূপ বৰ্ত্তমান কাল।

| | এক বচন | বহু বচন |
|---|---|---|
| ১ পুং | মই মাৰিছোঁ। | আমি মাৰিছোঁ, মাৰিছোঁহঁক। |
| ২ পুং | তুমি মাৰিছা। | তোমালোকে মাৰিছা, মাৰিছাহঁক। |
| | তই মাৰিছ। | তহঁতে মাৰিছ, মাৰিছহঁক। |
| ৩য় পুং | তেওঁ, সি আৰিয়ে মাৰিছে। | তেওঁলোকে, সিহঁতে সিবিলাকে মাৰিছে। |

নিত্য বৰ্ত্তমান কাল।

| | এক বচন | বহু বচন |
|---|---|---|
| ১ পুং | মই মাৰোঁ। | আমি মাৰোঁ, মাৰোঁহঁক। |

| | এক বচন | বহু বচন |
|---|---|---|
| ২ পুং | তুমি মাৰা, | তোমালোকে মাৰা, মাৰাহঁক। |
| | তই মাৰ। | তহঁতে মাৰ, মাৰহঁক। |
| ৩ পুং | তেওঁ আদিয়ে মাৰে। | তেওঁলোক আদিয়ে মাৰে। |

স্বৰূপ ভূত কাল।

| | | |
|---|---|---|
| ১ পুং | মই মাৰিলোঁ। | আমি মাৰিলোঁ, মাৰিলোঁহঁক। |
| ২ পুং | তুমি মাৰিলা, | তোমালোকে মাৰিলা, মাৰিলাহঁক |
| | তই মাৰিলি। | তহঁতে মাৰিলি, মাৰিলিহঁক। |
| ৩ পুং | তেওঁ আদিয়ে মাৰিলে। | তেওঁলোক আদিয়ে মাৰিলে। |

অপূৰ্ণভূত কাল।

| | | |
|---|---|---|
| ১ পুং | মই মাৰিছিলোঁ। | আমি মাৰিছিলোঁ, মাৰিছিলোঁহঁক। |
| ২ পুং | তুমি মাৰিছিলা | তোমালোকে মাৰিছিলা, মাৰিছিলাহঁক। |
| | তই মাৰিছিলি। | তহঁতে মাৰিছিলি, মাৰিছিলিহঁক। |
| ৩ পুং | তেওঁ আদিয়ে মাৰিছিল। | তেওঁলোক আদিয়ে মাৰিছিল। |

সম্ভাব্য ভূত কাল।

| | | |
|---|---|---|
| ১ পুং | মই মাৰিলোহেঁতেন। | আমি মাৰিলোঁহেঁতেন, মাৰিলোঁহেঁতেনহঁক। |
| ২ পুং | তুমি মাৰিলাহেঁতেন, | তোমালোকে মাৰিলাহেঁতেন, মাৰিলাহেঁতেনহঁক। |
| | তই মাৰিলিহেঁতেন | তহঁতে মাৰিলিহেঁতেন মাৰিলিহেঁতেনহঁক |
| ৩ পুং | তেওঁ মাৰিলেহেঁতেন | তেওঁলোকে মাৰিলেহেঁতেন |

ভবিষ্যৎ কাল।

| | | |
|---|---|---|
| ১ পুং | মই মাৰিম। | আমি মাৰিম, মাৰিমহঁক। |
| ২ পুং | তুমি মাৰিবা, | তোমালোকে মাৰিবা, মাৰিবাহঁক। |
| | তই মাৰিবি। | তহঁতে মাৰিবি, মাৰিবিহঁক। |
| ৩ পুং | তেওঁ মাৰিব। | তেওঁলোকে মাৰিব। |

| | এক বচন | বহু বচন |
|---|---|---|
| | **লোট্।** | |
| ২ পুং | তুমি মাৰা, | তোমালোকে মাৰা, মাৰাহঁক, |
| | তই মাৰ। | তহঁতে মাৰ, মাৰহঁক। |
| ৩ পুং | আপুনি মাৰোক, | আপোনালোকে মাৰোক (১) |
| | তেওঁ মাৰক। | তেওঁবিলাকে মাৰক। |

## অকাৰান্ত 'হ' ধাতু (২)।

### স্বৰূপ বৰ্ত্তমান কাল

| | এক বচন | বহু বচন |
|---|---|---|
| ১পুং | হৈছোঁ। | হৈছোঁ, হৈছোঁহঁক। |
| ২পুং | হৈছা, | হৈছা, হৈছাহঁক, |
| | হৈছ। | হৈছ, হৈছহঁক। |
| ৩পুং | হৈছে। | হৈছে। |

### নিত্যবৰ্ত্তমান কাল।

| | এক বচন | বহু বচন |
|---|---|---|
| ১ পুং | হওঁ, | হওঁ, হওঁহঁক |
| ২ পুং | হোৱা (৩) | হোৱা, হোৱাহঁক, |
| | হ, হোৱ (৪)। | হ,হহঁক, হোৱ, হোৱহঁক। |

---

(১) সমুদায় ব্যঞ্জনান্ত ধাতুৰ ৰূপ এনে হয়।

(২) অকাৰান্ত ধাতুৰ স্বৰূপ বৰ্ত্তমান আৰু অপূৰ্ণভূত কালত ধাতুৰ 'অ' আৰু বিভক্তিৰ 'ই'গুচি 'ঐ' হয়।

(৩) অবৰ্ণৰ অন্তত থকা ধাতুৰ পাচত দ্বিতীয় পুৰুষৰ তুচ্ছাৰ্থত অ বিভক্তিৰ লোপ হয় আৰু সম্ভ্ৰমাৰ্থত ধাতুৰ শেহৰ স্বৰগুচি ও হয় আৰু আ বিভক্তিৰ ঠাইত ৱা হয়।

(৪) লেখকৰ ইচ্ছা অনুসৰি কেৱল হ ধাতুৰ এনে হয় যেনেঃ—এই হ বা হোৱ।

| | এক বচন | বহু বচন |
|---|---|---|
| ৩ পুং | হয় (১)। | হয়। |

স্বৰূপ ভূত কাল (২)। *

| | | |
|---|---|---|
| ১ পুং | হলো। | হলোঁ, হলোঁহঁক |
| ২ পুং | হলা, | হলা, হলাহঁক, |
| | হলি। | হলি, হলিহঁক। |
| ৩ পুং | হল। | হল। |

অপূর্ণভূত কাল।

| | | |
|---|---|---|
| ১ পুং | হৈছিলোঁ, | হৈছিলোঁ হৈছিলোঁহঁক। |
| ২ পুং | হৈছিলা, | হৈছিলা, হৈছিলাহঁক, |
| | হৈছিলি। | হৈছিল, হৈছিলিহঁক। |
| ৩ পুং | হৈছিল। | হৈছিল। |

সম্ভাব্যভূত কাল।

| | | |
|---|---|---|
| | | হলোঁহেঁতেন |
| ১ পুং | হলোঁহেঁতেন। | হলোঁহেঁতেনহঁক। |
| ২ পুং | হলাহেঁতেন, | হলাহেঁতেন, হলাহেঁতেনহঁক |
| | হলিহেঁতেন। | হলিহেঁতেন, হলিহেঁতেনহঁক। |
| ৩ পুং | হলহেঁতেন। | হলহেঁতেন। |

ভবিষ্যৎ কাল।

| | | |
|---|---|---|
| ১পুং | হম। | হম, হমহঁক। |
| ২পুং | হবা, | হবা, হবাহঁক, |
| | হবি। | হবি, হবিহঁক। |
| ৩পুং | হব, | হব। |

(১) অবর্ণ অন্তত থকা ধাতুব তৃতীয় পুরুষব এ বিভক্তিত য় হয়।

(২) স্বৰূপভূত আক ভবিষ্যৎ কালত স্বব অন্তত থকা ধাতুব পাচত বিভক্তিব ই গুচে।

| | এক বচন | বহু বচন |
|---|---|---|
| | লোট্। | |
| ২ পুং | তুমি মাৰা,<br>তই মাৰ। | তোমালোকে মাৰা, মাৰাহঁক,<br>তহঁতে মাৰ, মাৰহঁক। |
| ৩ পুং | আপুনি মাৰোক,<br>তেওঁ মাৰক। | আপোনালোকে মাৰোক (১)<br>তেওঁবিলাকে মাৰক। |

## অকাৰান্ত 'হ' ধাতু (২)।

### স্বৰূপ বৰ্ত্তমান কাল

| | | |
|---|---|---|
| ১পুং | হৈছোঁ। | হৈছোঁ, হৈছোঁহঁক। |
| ২পুং | হৈছা,<br>হৈছ। | হৈছা, হৈছাহঁক,<br>হৈছ, হৈছহঁক। |
| ৩পুং | হৈছে। | হৈছে। |

### নিত্যবৰ্ত্তমান কাল।

| | | |
|---|---|---|
| ১ পুং | হওঁ, | হওঁ, হওঁহঁক |
| ২ পুং | হোৱা (৩)<br>হ, হোৱা (৪)। | হোৱা, হোৱাহঁক,<br>হ, হহঁক, হোৱা, হোৱাহঁক। |

---

(১) সমুদায় ব্যঞ্জনান্ত ধাতুৰ ৰূপ এনে হয়।

(২) অকাৰান্ত ধাতুৰ স্বৰূপ বৰ্ত্তমান আৰু অপূৰ্ণভূত কালত ধাতুৰ 'অ' আৰু বিভক্তিৰ 'ই'গুচি 'ঐ' হয়।

(৩) অবৰ্ণৰ অন্তত থকা ধাতুৰ পাচত দ্বিতীয় পুৰুষৰ তুচ্ছাৰ্থত অ বিভক্তিৰ লোপ হয় আৰু সম্ভ্ৰমাৰ্থত ধাতুৰ শেহৰ স্বৰগুচি ও হয় আৰু আঁ বিভক্তিৰ ঠাইত ৱাঁ হয়।

(৪) 'লেখকৰ ইচ্ছা অনুসৰি কেৱল হ ধাতুৰ এনে হয় যেনে:—এই হ বা হোৱা।

| | এক বচন | বহু বচন |
|---|---|---|
| ৩ পুং | হয় (১)। | হয়। |

স্বৰূপ ভূত কাল (২)। *

| | | |
|---|---|---|
| ১ পুং | হলোঁ। | হলোঁ, হলোঁহঁক |
| ২ পুং | হলা,<br>হলি। | হলা, হলাহঁক,<br>হলি, হলিহঁক। |
| ৩ পুং | হল। | হল। |

অপূৰ্ণভূত কাল।

| | | |
|---|---|---|
| ১ পুং | হৈছিলোঁ, | হৈছিলোঁ হৈছিলোঁহঁক। |
| ২ পুং | হৈছিলা,<br>হৈছিলি। | হৈছিলা, হৈছিলাহঁক,<br>হৈছিলি, হৈছিলিহঁক। |
| ৩ পুং | হৈছিল। | হৈছিল। |

সম্ভাব্যভূত কাল।

| | | |
|---|---|---|
| | | হলোঁহেঁতেন |
| ১ পুং | হলোঁহেঁতেন। | হলোঁহেঁতেনহঁক। |
| ২ পুং | হলাহেঁতেন,<br>হলিহেঁতেন। | হলাহেঁতেন, হলাহেঁতেনহঁক<br>হলিহেঁতেন, হলিহেঁতেনহঁক। |
| ৩ পুং | হলহেঁতেন। | হলহেঁতেন। |

ভবিষ্যৎ কাল।

| | | |
|---|---|---|
| ১পুং | হম। | হম, হমহঁক। |
| ২পুং | হবা,<br>হবি। | হবা, হবাহঁক,<br>হবি, হবিহঁক। |
| ৩পুং | হব, | হব। |

(১) অবৰ্ণ অন্তত থকা ধাতুৰ তৃতীয় পুৰুষৰ এ বিভক্তিত য় য়।

(২) স্বৰূপভূত আৰু ভবিষ্যৎ কালত স্বৰ অন্তত থকা ধাতুৰ পাচত বিভক্তিৰ ই থাকে।

| | এক চবন | বহু বচন |
|---|---|---|
| | **লোট্।** | |
| ২পুং | হোৱাঁ, হো, হ বা হোৱ। | হোৱাঁ হোৱাহঁক। হো, হোহঁক, হ, হহঁক হোৱ, হোৱহঁক। |
| ৩পুং, | হওক, হক। | হওক, হক (১)। |

আকারান্ত 'খা' ধাতু।

স্বরূপ বর্ত্তমান কাল।

| | | |
|---|---|---|
| ১পুং | খাইছোঁ। | খাইছোঁ, খাইছোহঁক |
| ২পুং | খাইছা, খাইছ। | খাইছা, খাইছাহঁক, খাইছ, খাইছহঁক। |
| ৩পুং | খাইছে। | খাইছে। |

নিত্যবর্ত্তমান কাল।

| | | |
|---|---|---|
| ১পুং | খাওঁ। | খাওঁ, খাওঁহঁক। |
| ২পুং | খোৱাঁ (২), খা। | খোৱাঁ, খোৱাহঁক, খা, খাহঁক। |
| ৩পুং | খায়। | খায়। |

স্বরূপভূত কাল।

| | | |
|---|---|---|
| ১পুং | খালোঁ। | খালোঁ, খালোহঁক। |
| ২পুং | খালা, খালি। | খালা, খালি। |
| ৩পুং | খালে। | খালে। |

(১) সমুদায় অকারান্ত ধাতুর রূপ এরূপ হয়।

(২) খা ধাতু ভিন্ন সমুদায় আকারান্ত ধাতুর রূপ এরূপ হয়, কিন্তু অন্তঃ অকারান্ত ধাতুর যা স্থানে থাকে তাঁ বিভক্তির স্থানে ওয়া হয়। যেমন:—(পঠিয়া ধাতু) পঠিওয়া; ইত্যাদি।

### অপূৰ্ণভূত কাল।

| | এক বচন | বহু বচন |
|---|---|---|
| ১পুং | খাইছিলোঁ। | খাইছিলোঁ, খাইছিলোঁহঁক। |
| ২পুং | খাইছিলা, | খাইছিলা, খাইছিলাহঁক। |
| | খাইছিলি। | খাইছিলি, খাইছিলিহঁক। |
| ৩পুং | খাইছিল। | খাইছিল। |

### সম্ভাব্য ভূতকাল।

| | | |
|---|---|---|
| ১পুং | খালোঁহেঁতেন। | খালোঁহেঁতেন, খালোঁহেঁতেনহঁক। |
| ২পুং | খালাহেঁতেন, | খালাহেঁতেন, খালাহেঁতেনহঁক। |
| | খালিহেঁতেন। | খালিহেঁতেন, খালিহেঁতেনহঁক। |
| ৩পুং | খালেহেঁতেন। | খালেহেঁতেন। |

### ভবিষ্যৎকাল।

| | | |
|---|---|---|
| ১পুং | খাম। | খাম, খামহঁক। |
| ২পুং | খাবা, | খাবা, খাবাহঁক। |
| | খাবি। | খাবি, খাবিহঁক। |
| ৩পুং | খাব। | খাব। |

### লোট্।

| | | |
|---|---|---|
| ২পুং | খোৱা, | খোৱা, খোৱাহঁক, |
| | খা। | খা, খাহঁক। |
| ৩পুং | খাওক। | খাওক। |

## 'যা' ধাতু (১)।

### স্বৰূপ বৰ্ত্তমান কাল।

| | | |
|---|---|---|
| ১পুং | গৈছোঁ। | গৈছোঁ, গৈছোঁহঁক। |

(১) স্বৰূপ বৰ্ত্তমান আৰু ভূত কালত যা ধাতুৰ ঠাইত গ হয়।

| | এক বচন | বহু বচন |
|---|---|---|

লোট্।

| | এক বচন | বহু বচন |
|---|---|---|
| ২পুং | হোৱাঁ,<br>হো, হ বা হোৱ। | হোৱাঁ হোৱাহঁক।<br>হো, হোহঁক, হ, হহঁক<br>হোৱ, হোৱহঁক। |
| ৩পুং, | হওক, হক। | হওক, হক (১)। |

আকাৰান্ত 'খা' ধাতু।

স্বৰূপ বৰ্ত্তমান কাল।

| | এক বচন | বহু বচন |
|---|---|---|
| ১পুং | খাইছোঁ। | খাইছোঁ, খাইছোঁহঁক |
| ২পুং | খাইছা,<br>খাইছ। | খাইছা, খাইছাহঁক,<br>খাইছ, খাইছহঁক। |
| ৩পুং | খাইছে। | খাইছে। |

নিত্যবৰ্ত্তমান কাল।

| | এক বচন | বহু বচন |
|---|---|---|
| ১পুং | খাওঁ। | খাওঁ, খাওঁহঁক। |
| ২পুং | খোৱা (২),<br>খা। | খোৱা, খোৱাহঁক,<br>খা, খাহঁক। |
| ৩পুং | খায়। | খায়। |

স্বৰূপভূত কাল।

| | এক বচন | বহু বচন |
|---|---|---|
| ১পুং | খালোঁ। | খালোঁ, খালোঁহঁক। |
| ২পুং | খালা,<br>খালি। | খালা,<br>খালি। |
| ৩পুং | খালে। | খালে। |

(১) সমুদয় অকাৰান্ত ধাতুৰ ৰূপ এনে হয়।

(২) খা ধাতু ভিন্ন সমুদায় আকাৰান্ত ধাতুৰ ৰূপ এনে হয়, কিন্তু ইয়া অন্তত থকা ধাতুৰ য়া গুচে আৰু আঁ বিভক্তিৰ ঠাইত ওৱা হয়। যেনে:—(পঠিয়া ধাতু) পঠিওৱা; ইত্যাদি।

অপূর্ণভূত কাল।

| | এক বচন | বহু বচন |
|---|---|---|
| ১পুং | খাইছিলোঁ। | খাইছিলোঁ, খাইছিলোঁহঁক। |
| ২পুং | খাইছিলা, | খাইছিলা, খাইছিলাহঁক। |
| | খাইছিলি। | খাইছিলি, খাইছিলিহঁক। |
| ৩পুং | খাইছিল। | খাইছিল। |

সম্ভাব্য ভূতকাল।

| | | |
|---|---|---|
| ১পুং | খালোঁহেঁতেন। | খালোঁহেঁতেন, খালোঁহেঁতেনহঁক। |
| ২পুং | খালাহেঁতেন, | খালাহেঁতেন, খালাহেঁতেনহঁক। |
| | খালিহেঁতেন। | খালিহেঁতেন, খালিহেঁতেনহঁক। |
| ৩পুং | খালেহেঁতেন। | খালেহেঁতেন। |

ভবিষ্যৎকাল।

| | | |
|---|---|---|
| ১পুং | খাম। | খাম, খামহঁক। |
| ২পুং | খাবা, | খাবা, খাবাহঁক। |
| | খাবি। | খাবি, খাবিহঁক। |
| ৩পুং | খাব। | খাব। |

লোট্।

| | | |
|---|---|---|
| ২পুং | খোৱা, | খোৱা, খোৱাহঁক, |
| | খা। | খা, খাহঁক। |
| ৩পুং | খাওক। | খাওক। |

'যা' ধাতু (১)।

স্বরূপ বর্ত্তমান কাল।

| | | |
|---|---|---|
| ১পুং | গৈছোঁ। | গৈছোঁ, গৈছোঁহঁক। |

(১) স্বরূপ বর্ত্তমান আৰু ভূত কালত যা ধাতুৰ ঠাইত গ হয়।

| | এক বচন | বহুচন। |
|---|---|---|
| ২পুং | গৈছা, | গৈছা, গৈছাহঁক, |
| | গৈছ। | গৈছ, গৈছহঁক। |
| ৩পুং | গৈছে। | গৈছে। |

নিত্যবৰ্ত্তমান কাল।

| | | |
|---|---|---|
| ১পুং | যাওঁ। | যাওঁ, যাওঁহঁক। |
| ২পুং | যোৱা, | যোৱা, যোৱাহঁক, |
| | যা। | যা, যাহঁক। |
| ৩পুং | যায়। | যায়। |

স্বৰূপ ভূতকাল।

| | | |
|---|---|---|
| ১পুং | গলোঁ। | গলোঁ, গলোহঁক। |
| ২পুং | গলা, | গলা, গলাহঁক, |
| | গলি। | গলি, গলিহঁক। |
| ৩পুং | গল। | গল। |

অপূর্ণভূত কাল।

| | | |
|---|---|---|
| ১পুং | গৈছিলোঁ। | গৈছিলোঁ, গৈছিলোঁহঁক। |
| ২পুং | গৈছিলা, | গৈছিলা, গৈছিলাহঁক। |
| | গৈছিলি। | গৈছিলি, গৈছিলিহঁক। |
| ৩পুং | গৈছিল। | গৈছিল। |

সম্ভাব্য ভূত কাল।

| | | |
|---|---|---|
| ১পুং | গলোঁহেঁতেন। | গলোহেঁতেন, গলোঁহেঁতেনহঁক। |
| ২পুং | গলাহেঁতেন, | গলাহেঁতেন, গলাহেতেনহঁক, |
| | গলিহেঁতেন। | গলিহেঁতেন, গলিহেঁতেনহঁক |
| ৩পুং | গলহেঁতেন। | গলহেঁতেন। |

ভবিষ্যৎ কাল।

| | এক বচন | বহু বচন |
|---|---|---|
| ১পুং | যাম। | যাম, যামহঁক। |
| ২পুং | যাবা,<br>যাবি। | যাবা, যাবাহঁক,<br>যাবি, যাবিহঁক। |
| ৩পুং | যাব। | যাব। |

লোট্।

| | | |
|---|---|---|
| ২পুং | যোৱাঁ,<br>যা। | যোৱাঁ যোৱাহঁক,<br>যা, যাহঁক। |
| ৩পুং | যাওক। | যাওক। |

ইকাৰান্ত 'নি' ধাতু (১)।

স্বৰূপ বৰ্ত্তমান কাল।

| | | |
|---|---|---|
| ১পুং | নিছোঁ। | নিছোঁ, নিছোহঁক। |
| ২পুং | নিছা,<br>নিছ। | নিছা, নিছাহঁক।<br>নিছ, নিছহঁক। |
| ৩পুং | নিছে। | নিছে। |

নিত্য বৰ্ত্তমান কাল।

| | | |
|---|---|---|
| ১পুং | নিওঁ। | নিওঁ, নিওঁহঁক। |
| ২পুং | নিয়াঁ,<br>নিয়। | নিয়াঁ, নিয়াহঁক,<br>নিয়, নিয়হঁক। |
| ৩পুং | নিয়ে। | নিয়ে। |

(১) ই বৰ্ণ অন্তত থকা ধাতুৰ পিচত্ত বিভক্তিৰ আদি ই লুচে।

### স্বরূপভূত কাল

| | এক বচন | বহু বচন |
|---|---|---|
| ১ পুং | নিলোঁ। | নিলোঁ, নিলোঁহঁক। |
| ২ পুং | নিলা,। | নিলা, নিলাহঁক, |
| | নিলি। | নিলি, নিলিহঁক। |
| ৩ পুং | নিলে। | নিলে। |

### অপূর্ণভূত কাল।

| | | |
|---|---|---|
| ১ পুং | নিছিলোঁ | নিছিলোঁ, নিছিলোঁহঁক |
| ২ পুং | নিছিলা, | নিছিলা, নিছিলাহঁক |
| | নিছিলি। | নিছিলি, নিছিলিহঁক |
| ৩ পুং | নিছিল। | নিছিল। |

### সম্ভাব্যভূত কাল

| | | |
|---|---|---|
| ১ পুং | নিলোহেঁতেন | নিলোহেঁতেন নিলোহেঁতেনহঁক। |
| ২ পুং | নিলাহেঁতেন, | নিলাহেঁতেন, নিলোহেঁতেনহঁক. |
| | নিলিহেঁতেন। | নিলিহেঁতেন, নিলিহেঁতেনহঁক। |
| ৩ পুং | নিলেহেঁতেন। | নিলেহেঁতেন। |

### ভবিষ্যৎ কাল।

| | | |
|---|---|---|
| ১ পুং | নিম। | নিম, নিমহঁক। |
| ২ পুং | নিবা, | নিবা, নিবাহঁক, |
| | নিবি। | নিবি, নিবিহঁক। |
| ৩ পুং | নিব। | নিব। |

### লোট্।

| | | |
|---|---|---|
| ২ পুং | নিয়া, | নিয়া, নিয়াহঁক, |
| | নি | নি, নিহঁক। |

| | | |
|---|---|---|
| ৩ পুং | নিওক, নিয়ক (১)। | নিওক, নিয়ক (২)। |

ওকাৰান্ত 'শো' ধাতু (৩)

স্বৰূপ বৰ্ত্তমান কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | শুইছোঁ। | শুইছোঁ, শুইছোঁহঁক। |
| ২ পুং | শুইছা, | শুইছা, শুইছাহঁক, |
| | শুইছ। | শুইছ শুইছহঁক। |
| ৩ পুং | শুইছে। | শুইছে। |

নিত্য বৰ্ত্তমান কাল।

| | এক বচন | বহু বচন |
|---|---|---|
| ১ পুং | শোওঁ, শোঁ। | শোওঁ, শোওঁহঁক, শোঁ, শোঁহঁক। |
| ২ পুং | শোৱাঁ, | শোৱাঁ, শোৱাঁহঁক, |
| | শোৱ। | শোৱ, শোৱহঁক। |
| ৩ পুং | শোৱে। | শোৱে। |

(১) লোটৰ তৃতীয় পুৰুষত ইকাৰান্ত ধাতুৰ পিচত ওক বা অক হয়।

(২) সমুদায় ইকাৰান্ত আৰু ঈকাৰান্ত ধাতুৰ ৰূপ এনে হয়; কিন্তু ঈকাৰান্ত ধাতুৰ লোটৰ দ্বিতীয় বিভক্তিত তুচ্ছাৰ্থে ঈকাৰৰ ঠাইত একাৰ নহৈ ঈকাৰে থাকে।

(৩) লোমা, ওলা ইত্যাদি কেইটা মান ধাতুৰ বাহিৰে নিত্য-বৰ্ত্তমান আৰু লোটত বাজে অন্য সকলো কালত ওকাৰান্ত ধাতুৰ ওৰ ঠাইত উ হয়।

স্বরূপভূত কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | শুলোঁ। | শুলোঁ, শুলোঁহঁক। |
| ২ পুং | শুলা, | শুলা, শুলাহঁক, |
| | শুলি। | শুলি, শুলিহঁক। |
| ৩ পুং | শুলে। | শুলে। |

অপূর্ণভূত কাল।

| | | |
|---|---|---|
| ১ পুং | শুইছিলোঁ। | শুইছিলোঁ, শুইছিলোঁহঁক। |
| ২ পুং | শুইছিলা, | শুইছিলাঁ, শুইছিলাঁহঁক। |
| | শুইছিলি। | শুইছিলি, শুইছিলিহঁক। |
| ৩ পুং | শুইছিল। | শুইছিল। |

ভবিষ্যৎ কাল।

| | | |
|---|---|---|
| ১ পুং | শুম। | শুম, শুমহঁক। |
| ২ পুং | শুবা, | শুবা, শুবাহঁক, |
| | শুবি। | শুবি, শুবিহঁক। |
| ৩ পুং | শুব। | শুব। |

লোট্।

| | | |
|---|---|---|
| ২ পুং | শোরাঁ, | শোরাঁ, শোরাঁহঁক, |
| | শো। | শো, শোহঁক। |
| ৩ পুং | শোওক, শোরক। | শোওক, শোরক (১)। |

(১) সকলো ওকারান্ত ধাতুর রূপ এনে হয়।

## (৬) নিজন্ত ধাতুৰ ৰূপ।

২৫। নিজন্ত ধাতুৰ যি ক্ৰিয়া পদ ৰচিত হয়, তাক নিজন্ত বা পাঁচনী ক্ৰিয়া বোলে। অনিজন্ত ধাতুৰ যিটো কৰ্ত্তা সি পাঁচনী ক্ৰিয়াৰ কৰ্ম্ম হয়। এই দেখি অকৰ্ম্মক ধাতু পাঁচনী হলে সকৰ্ম্মক আৰু সকৰ্ম্মক ধাতু পাঁচনী হলে দ্বিকৰ্ম্মক হয়। যেনেঃ—মাকে পুতেকক নচুৱাইছে, মাকে পুতেকক পানী খুৱাব ইত্যাদি।

২৬। কোনো কোনো ঠাইত অনিজন্ত ক্ৰিয়াৰ যিটো কৰ্ত্তা সি পাঁচনী ক্ৰিয়াৰ কৰ্ম্ম নহৈ তাত ষষ্ঠী বিভক্তি যুক্ত হয় আৰু তাৰ পাচত দ্বাৰা কথা বহে। যেনেঃ—বাপৰ দ্বাৰা কাম কৰালো; ইত্যাদি।

### ব্যঞ্জনান্ত মাৰ্' ধাতু।

#### স্বৰূপ বৰ্ত্তমান কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | মৰাইছোঁ, | মৰাইছোঁ, মৰাইছোঁহঁক, |
| | মৰোৱাইছোঁ। | মৰোৱাইছোঁ, মৰাইছোঁহঁক। |
| ১ পুং | মৰাইছা, | মৰাইছা, মৰাইছাহঁক, |
| | মৰোৱাইছা, | মৰোৱাইছা, মৰোৱাইছাহঁক, |
| | মৰাইছ, | মৰাইছ, মৰাইছহঁক, |
| | মৰোৱাইছ। | মৰোৱাইছ, মৰোৱাইছহঁক। |
| ৩ পুং | মৰাইছে | মৰাইছে, |
| | মৰোৱাইছে। | মৰোৱাইছে। |

#### নিত্য বৰ্ত্তমান কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | মৰাওঁ | মৰাওঁ, মৰাওঁহঁক, |
| | মৰোৱাওঁ। | মৰোৱাওঁ, মৰোৱাওঁহঁক। |

| | একবচন | বহুবচন |
|---|---|---|
| | মৰোৱাঁ, | মৰোৱাঁ মৰোৱাঁহঁক, |
| ২ পুং | মৰা, | মৰা মৰাহঁক, |
| | মৰোওৱাঁ, | মৰোওৱাঁ, মৰোৱাঁহঁক, |
| | মৰোৱা। | মৰোৱা, মৰোৱাঁহঁক। |
| ৩ পুং | মৰাৱ, | মৰাৱ, |
| | মৰোৱাৱ। | মৰোৱাৱ। |

অকপভূত কাল।

| | | |
|---|---|---|
| ১ পুং | মৰালোঁ, | মৰালোঁ, মৰালোঁহঁক, |
| | মৰোৱালোঁ। | মৰোৱালোঁ, মৰোৱালোঁহঁক। |
| ২ পুং | মৰালা, | মৰালা, মৰালাহঁক, |
| | মৰোৱালা, | মৰোৱালা মৰোৱালাহঁক, |
| | মৰালি, | মৰালি, মৰালিহঁক, |
| | মৰোৱালি। | মৰোৱালি, মৰোৱালিহঁক। |
| ৩ পুং | মৰালে, | মৰালে, |
| | মৰোৱালে। | মৰোৱালে। |

অপূর্ণ ভূতকাল।

| | | |
|---|---|---|
| ১ পুং | মৰাইছিলোঁ, | মৰাইছিলোঁ, মৰাইছিলোঁহঁক, |
| | মৰোৱাইছিলোঁ। | মৰোৱাইছিলোঁ, মৰোৱাইছিলোঁহঁক। |
| ২ পুং | মৰাইছিলা, | মৰাইছিলা, মৰাইছিলাহঁক, |
| | মৰোৱাইছিলা, | মৰোৱাইছিলা, মৰোৱাইছিলাহঁক, |
| | মৰাইছিলি | মৰাইছিলি, মৰাইছিলিহঁক, |
| | মৰোৱাইছিলি। | মৰোৱাইছিলি, মৰোৱাইছিলিহঁক। |

| | একবচন | বহুবচন |
|---|---|---|
| ৩ পুং | মৰাইছিল, | মৰাইছিল, |
| | মৰোৱাইছিল। | মৰোৱাইছিল। |

সম্ভাবাভূত কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | মৰালোঁহেঁতেন, | মৰালোঁহেঁতেন, মৰালোঁহেঁতেনহঁক, |
| | মৰোৱালোঁহেঁতেন। | মৰোৱালোঁহেঁতেন, মৰোৱালোঁহেঁতেনহঁক |
| ২ পুং | মৰালাহেঁতেন, | মৰালাহেঁতেন, মৰালাহেঁতেনহঁক, |
| | মৰোৱালাহেঁতেন, | মৰোৱালাহেঁতেন, মৰোৱালাহেঁতেনহঁক, |
| | মৰালিহেঁতেন, | মৰালিহেঁতেন, মৰালিহেঁতেনহঁক, |
| | মৰোৱালিহেঁতেন। | মৰোৱালিহেঁতেন, মৰোৱালিহেঁতেনহঁক |
| ৩ পুং | মৰালেহেঁতেন, | মৰালেহেঁতেন, |
| | মৰোৱালেহেঁতেন। | মৰোৱালেহেঁতেন। |

ভবিষ্যৎ কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | মৰাম, | মৰাম, মৰামহঁক, |
| | মৰোৱাম। | মৰোৱাম, মৰোৱামহঁক। |
| ২ পুং | মৰাবা, | মৰাবা, মৰাবাহঁক, |
| | মৰোৱাবা, | মৰোৱাবা, মৰোৱাবাহঁক, |
| | মৰাবি, | মৰাবি, মৰাবিহঁক, |
| | মৰোৱাবি। | মৰোৱাবি, মৰোৱাবিহঁক। |
| ৩ পুং | মৰাব, | মৰাব |
| | মৰোৱাব। | মৰোৱাব। |

| | একবচন | বহুবচন |
|---|---|---|
| | লোট্। | |
| ২ পুং | মৰোঁৰা, | মৰোঁৰা, মৰোঁৰাহঁক, |
| | মৰোওঁৰা, | মৰোওঁৰা, মৰোওঁৰাহঁক, |
| | মৰা, | মৰা, মৰাহঁক, |
| | মৰোৰা। | মৰোৰা, মৰোৰাহঁক। |
| ৩ পুং | মৰাওক, | মৰাওক, |
| | মৰোৰাওক। | মৰোৰাওক। |

## অকাৰান্ত 'হ' ধাতু (১)।

### স্বৰূপ বৰ্ত্তমান কাল।

| | | |
|---|---|---|
| ১ পুং | হোৰাইছোঁ। | হোৰাইছোঁ, হোৰাইছোহঁক। |
| ২ পুং | হোৰাইছা, | হোৰাইছা, হোৰাইছাহঁক, |
| | হোৰাইছ। | হোৰাইছ, হোৰাইছহঁক। |
| ৩ পুং | হোৰাইছে। | হোৰাইছে। |

### নিত্য বৰ্ত্তমান কাল।

| | | |
|---|---|---|
| ১ পুং | হোৰাওঁ। | হোৰাওঁ, হোৰাওঁহঁক। |
| ২ পুং | হোওঁৰা, | হোওঁৰা, হোওঁৰাহঁক, |
| | হোৰা। | হোৰা, হোৰাহঁক। |
| ৩ পুং | হোৰায়। | হোৰায়। |

(১) খা আদি কেতবোৰ ধাতু বাজে অন্য সকলো অকাৰান্ত থকা ধাতুৰ শেহ অকাৰ বা আকাৰৰ ঠাইত ওকাৰ হয়। সোমা ধাতুৰ ঠাইত সুমা আৰু ওলা ধাতুৰ ঠাইত উলিয়া হয়। আৰু তিতা ধাতু বিকল্পে তিয়া হয়। যেনেঃ—তিতাইছোঁ, তিয়াইছোঁ।

### স্বৰূপভূত কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | হোৱালোঁ। | হোৱালোঁ, হোৱালোঁহঁক। |
| ২ পুং | হোৱালা, | হোৱালা, হোৱালাহঁক, |
| | হোৱালি। | হোৱালি, হোৱালিহঁক। |
| ৩ পুং | হোৱালে। | হোৱালে। |

### অপূৰ্ণভূত কাল।

| | | |
|---|---|---|
| ১ পুং | হোৱাইছিলোঁ। | হোৱাইছিলোঁ, হোৱাইছিলোঁহঁক। |
| ২ পুং | হোৱাইছিলা, | হোৱাইছিলা, হোৱাইছিলাহঁক, |
| | হোৱাইছিলি। | হোৱাইছিলি, হোৱাইছিলিহঁক। |
| ৩ পুং | হোৱাইছিল। | হোৱাইছিল। |

### সম্ভাব্যভূত কাল।

| | | |
|---|---|---|
| ১ পুং | হোৱালোঁহেঁতেন। | হোৱালোঁহেঁতেন, হোৱালোঁহেঁতেনহঁক |
| ২ পুং | হোৱালাহেঁতেন, | হোৱালাহেঁতেন, হোৱালাহেঁতেনহঁক, |
| | হোৱালিহেঁতেন, | হোৱালিহেঁতেন, হোৱালিহেঁতেনহঁক। |
| ৩ পুং | হোৱালেহেঁতেন। | হোৱালেহেঁতেন। |

### ভবিষ্যৎ কাল।

| | | |
|---|---|---|
| ১ পুং | হোৱাম। | হোৱাম, হোৱামহঁক। |
| ২ পুং | হোৱাবা, | হোৱাবা, হোৱাবাহঁক, |
| | হোৱাবি। | হোৱাবি, হোৱাবিহঁক। |
| ৩ পুং | হোৱাব। | হোৱাব। |

### লোট্।

| | একবচন | বহুবচন |
|---|---|---|
| ২ পুং | হোওঁৱা, | হোওঁৱা, হোওঁৱাহঁক, |
| | হোৱা। | হোৱা, হোৱাহঁক। |
| ৩ পুং | হোৱাওক। | হোৱাওক। |

### আকাৰান্ত 'খু' ধাতু।

### স্বৰূপ বৰ্ত্তমান কাল।

| | | |
|---|---|---|
| ১ পুং | খুৱাইছোঁ। | খুৱাইছোঁ, খুৱাইছোঁহঁক। |
| ২ পুং | খুৱাইছা, | খুৱাইছা, খুৱাইছাহঁক, |
| | খুৱাইছ। | খুৱাইছ, খুৱাইছহঁক। |
| ৩ পুং | খুৱাইছে। | খুৱাইছে। |

### নিত্য বৰ্ত্তমানকাল।

| | | |
|---|---|---|
| ১ পুং | খুৱাওঁ। | খুৱাওঁ, খুৱাওঁহঁক। |
| ২ পুং | খুওৱাঁ, | খুওৱাঁ, খুওৱাঁহঁক, |
| | খুৱা। | খুৱা, খুৱাহঁক। |
| ৩ পুং | খুৱায়। | খুৱায়। |

### স্বৰূপভূত কাল।

| | | |
|---|---|---|
| ১ পুং | খুৱালোঁ। | খুৱালোঁ, খুৱালোঁহঁক। |
| ২ পুং | খুৱালা, | খুৱালা, খুৱালাহঁক, |
| | খুৱালি। | খুৱালি, খুৱালিহঁক। |
| ৩ পুং | খুৱালে। | খুৱালে। |

### অপূৰ্ণভূত কাল।

| | একবচন | বহুবন |
|---|---|---|
| ১ পুং | খুৱাইছিলোঁ। | খুৱাইছিলোঁ, খুৱাইছিলোঁহঁক। |
| ২ পুং | খুৱাইছিলা, | খুৱাইছিলা, খুৱাইছিলাহঁক, |
| | খুৱাইছিলি। | খুৱাইছিলি, খুৱাইছিলিহঁক। |
| ৩ পুং | খুৱাইছিল। | খুৱাইছিল। |

### সম্ভাব্যভূত কাল।

| | | |
|---|---|---|
| ১ পুং | খুৱালোঁ হেঁতেন। | খুৱালোঁ হেঁতেন, খুৱালোঁহেঁতেনহঁক |
| ২ পুং | খুৱালা হেঁতেন, | খুৱাল হেঁতেন, খুৱালাহেঁতেনহঁক, |
| | খুৱালি হেঁতেন। | খুৱালি হেঁতেন, খুৱালিহেঁতেনহঁক। |
| ৩ পুং | খুৱালে হেঁতেন। | খুৱালে হেঁতেন। |

### ভবিষ্যৎ কাল।

| | | |
|---|---|---|
| ১ পুং | খুৱাম। | খুৱাম, খুৱামহঁক। |
| ২ পুং | খুৱাবা, | খুৱাবা, খুৱাবাহঁক। |
| | খুৱাবি। | খুৱাবি, খুৱাবিহঁক। |
| ৩ পুং | খুৱাব। | খুৱাব। |

### লোট।

| | | |
|---|---|---|
| ২ পুং | খুওৱাঁ, | খুওৱাঁ, খুওৱাঁহঁক, |
| | খুৱা। | খুৱা, খুৱাহঁক। |
| ৩ পুং | খুৱাওক। | খুৱাওক। |

## ইকাৰান্ত 'নি' ধাতু।

### স্বৰূপ বৰ্ত্তমান কাল।

| | | |
|---|---|---|
| ১ পুং | নিয়াইছোঁ। | নিয়াইছোঁ, নিয়াইছোঁহঁক। |

| | একবচন | বহুবচন |
|---|---|---|
| ২ পুং | নিয়াইছা, | নিয়াইছা, নিয়াইছাহঁক, |
| | নিয়াইছ। | নিয়াইছ, নিয়াইছহঁক। |
| ৩ পুং | নিয়াইছে। | নিয়াইছে। |

নিত্য বর্ত্তমান কাল।

| | | |
|---|---|---|
| ১ পুং | নিয়াওঁ। | নিয়াওঁ, নিয়াওঁহঁক। |
| ২ পুং | নিওরাঁ। | নিওরাঁ, নিওরাঁহঁক, |
| | নিয়া। | নিয়া, নিয়াহঁক। |
| ৩ পুং | নিয়ায়। | নিয়ায়। |

স্বরূপভূত কাল।

| | | |
|---|---|---|
| ১ পুং | নিয়ালোঁ। | নিয়ালোঁ, নিয়ালোঁহঁক। |
| ২ পুং | নিয়ালা, | নিয়ালা, নিয়ালাহঁক, |
| | নিয়ালি। | নিয়ালি, নিয়ালিহঁক। |
| ৩ পুং | নিয়ালে। | নিয়ালে। |

অপূর্ণভূত কাল।

| | | |
|---|---|---|
| ১ পুং | নিয়াইছিলোঁ। | নিয়াইছিলোঁ, নিয়াইছিলোঁহঁক। |
| ২ পুং | নিয়াইছিলা, | নিয়াইছিলা, নিয়াইছিলাহঁক, |
| | নিয়াইছিলি। | নিয়াইছিলি, নিয়াইছিলিহঁক। |
| ৩ পুং | নিয়াইছিল। | নিয়াইছিল। |

সম্ভাব্যভূত কাল।

| | | |
|---|---|---|
| ১ পুং | নিয়ালোঁ হেঁতেন। | নিয়ালোঁ হেঁতেন, নিয়ালোঁ হেঁতেনহঁক |

| | একবচন | বহুবচন |
|---|---|---|
| ২ পুং | নিয়ালা হেতেন, | নিয়ালাহেঁতেন, নিয়ালা হেঁতেনহঁক, |
| | নিয়ালি হেঁতেন। | নিয়ালিহেঁতেন.নিয়ালিহেঁতেনহঁক। |
| ৩ পুং | নিয়ালে। | নিয়ালে। |

ভবিষ্যৎ কাল।

| | | |
|---|---|---|
| ১ পুং | নিয়াম। | নিয়াম, নিয়ামহঁক। |
| ২ পুং | নিয়াবা, | নিয়াবা, নিয়াবাহঁক, |
| | নিয়াবি। | নিয়াবি, নিয়াবিহঁক। |
| ৩ পুং | নিয়াব। | নিয়াব। |

লোট্।

| | | |
|---|---|---|
| ২ পুং | নিওরাঁ, | নিওরাঁ, নিওরাঁহঁক, |
| | নিয়া। | নিয়া নিয়াহঁক। |
| ৩ পুং | নিয়াওক। | নিয়াওক। |

ওকারান্ত 'লো' ধাতু।

স্বরূপ বর্ত্তমান কাল।

| | | |
|---|---|---|
| ১ পুং | লোরাইছোঁ। | লোরাইছোঁ, লোরাইছোঁহঁক। |
| ২ পুং | লোরাইছা, | লোরাইছা, লোরাইছাহঁক, |
| | লোরাইছ। | লোরাইছ, লোরাইছহঁক। |
| ৩ পুং | লোরাইছে। | লোরাইছে। |

নিত্য বর্ত্তমান কাল।

| | | |
|---|---|---|
| ১ পুং | লোরাওঁ। | লোরাওঁ, লোরাওঁহঁক। |

| | একবচন | বহুবচন |
|---|---|---|
| ২ পুং | লোওৱাঁ,<br>লোৱা। | লোওৱাঁ, লোওৱাঁহঁক,<br>লোৱা, লোৱাহঁক। |
| ৩ পুং | লোৱায়। | লোৱায়। |

স্বরূপভূত কাল।

| | | |
|---|---|---|
| ১ পুং | লোৱালোঁ। | লোৱালোঁ, লোৱালোঁহঁক। |
| ২ পুং | লোৱালা,<br>লোৱালি। | লোৱালা, লোৱালাহঁক,<br>লোৱালি, লোৱালিহঁক। |
| ৩ পুং | লোৱালে। | লোৱালে। |

অপূর্ণভূত কাল।

| | | |
|---|---|---|
| ১ পুং | লোৱাইছিলোঁ। | লোৱাইছিলোঁ, লোৱাইছিলোঁ |
| ২ পুং | লোৱাইছিলা,<br>লোৱাইছিলি। | লোৱাইছিলা, লোৱাইছিলাহঁক,<br>লোৱাইছিলি, লোৱাইছিলিহঁক, |
| ৩ পুং | লোৱাইছিল। | লোৱাইছিল। |

সম্ভাব্যভূত কাল।

| | | |
|---|---|---|
| ১ পুং | লোৱালোঁ হেঁতেন। | লোৱালোঁহেঁতেন, লোৱালোঁ হেঁতেনহঁক। |
| ২ পুং | লোৱালা হেঁতেন,<br>লোৱালি হেঁতেন। | লোৱালাহেঁতেন লোৱালাহেঁতেনহঁক,<br>লোৱালিহেঁতেন, লোৱালিহেঁতেনহঁক। |
| ৩ পুং | লোৱালে হেঁতেন। | লোৱালে হেঁতেন। |

ভবিষ্যৎ কাল।

| | | |
|---|---|---|
| ১ পুং | লোৱাম। | লোৱাম লোৱামহঁক। |

| | একবচন | বহুবচন |
|---|---|---|
| ২ পুং | লোৱাবা, | লোৱাবা, লোৱাবাহঁক, |
| | লোৱাবি। | লোৱাবি, লোৱাবিহঁক। |
| ৩ পুং | লোৱাব। | লোৱাব। |

লোট্।

| | একবচন | বহুবচন |
|---|---|---|
| ২ পুং | লোওৱাঁ, | লোওৱাঁ, লোওৱাঁহঁক, |
| | লোৱা। | লোৱা, লোৱাহঁক। |
| ৩ পুং | লোৱাওক। | লোৱাওক (১)। |

২৭। সকলো নিজন্ত ধাতুৰ ৰূপ একে নিচিনা নহয় আৰু তাৰে কেতবিলাকৰ ৰূপ দুই ৰকমেও হয়। স্বৰূপ বৰ্ত্তমান কালৰ তৃতীয় পুৰুষৰ কেত বোৰ নিজন্ত ধাতুৰ ৰূপ তলত দিয়া হল।

| অনিজন্ত | নিজন্ত | অনিজন্ত | নিজন্ত |
|---|---|---|---|
| কৰিছে | কৰাইছে, | লৈছে | লোৱাইছে |
| | কৰোৱাইছে | গাইছে | গোৱাইছে |
| ৰাখিছে | ৰখাইছে | দিছে | দিয়াইছে |
| বহিছে | বহুৱাইছে | দেখিছে | দেখাইছে, |
| | | | দেখুৱাইছে |
| হাঁহিছে | হঁহুৱাইছে | ধুইছে | ধোৱাইছে, |
| | | | ধুৱাইছে |

(১) শো ধাতুৰ, আৰু গাৰ অন্ত বুজোৱা ধো ধাতুৰ ওকাৰ গুচি উকাৰ হয়, আৰু অন্ত ওকাৰান্ত ধাতুৰ ৰূপ এনে হয়।

| অনিজন্ত | নিজন্ত | অনিজন্ত | নিজন্ত |
|---|---|---|---|
| ওফন্দিছে | ওফন্দাইছে, ওফোন্দাইছে | ডুবিছে | ডুবাইছে |
| ওলটিছে | ওলোটাইছে, ওলটাইছে | খাইছে | খুৱাইছে |
| পলাইছে | পলুৱাইছে | ফুৰিছে | ফুৰাইছে |
| লৰিছে | লৰুৱাইছে | তিতিছে | তিতাইছে, তিয়াইছে |
| সোমাইছে | সুমুৱাইছে, সুমুওৱাইছে | সৰিছে | সৰাইছে, সৰুৱাইছে |
| ওলাইছে | উলিয়াইছে, উলিৱাইছে | মাতিছে | মতাইছে |

## (১) আনুষঙ্গিক ধাতুৰ ৰূপ।

২৮। আনুষঙ্গিক ধাতুৰে যি ক্ৰিয়া পদ ৰচিত হয় তাক আনুষঙ্গিক বা লগৰীয়া ক্ৰিয়া বোলে। আনুষঙ্গিক ক্ৰিয়াৰ সাধ্যা ক্ৰিয়াৰ অৰ্থ এৰি যি সিদ্ধা ক্ৰিয়াৰ পাচত থাকে তাৰে অৰ্থক মাথোন বলৱান কৰে, আক সিদ্ধাক্ৰিয়া সকৰ্ম্মক হলে আনুষঙ্গিক ক্ৰিয়া সকৰ্ম্মক আৰু অকৰ্ম্মক হলে আনুষঙ্গিক ক্ৰিয়া অকৰ্ম্মক হয়। যেনেঃ- মই ভাত খাই পেলালোঁ, সি সাপ ধৰিছে, তেওঁ ভাল হৈ পৰিল, আমি শুই আছিলোঁ; ইত্যাদি।

২৯। আনুষঙ্গিক ধাতুৰ ৰূপ সকলো পুৰুষ আৰু কালতে মূল ধাতুৰ নিচিনা হয়। যেনেঃ—

'ধৰি-মাৰ্' ধাতু।

স্বৰূপ বৰ্ত্তমান কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | ধৰি-মাৰিছোঁ। | ধৰি-মাৰিছোঁ, ধৰি মাৰিছোঁহঁক। |
| ২ পুং | ধৰি-মাৰিছা, | ধৰি-মাৰিছা, ধৰি-মাৰিছাহঁক, |
| | ধৰি-মাৰিছ। | ধৰি-মাৰিছ, ধৰি-মাৰিছহঁক। |
| ৩ পুং | ধৰি-মাৰিছে। | ধৰি-মাৰিছে; ইত্যাদি। |

৩০। আনুষঙ্গিক ধাতুক নিজন্ত ধাতুত পৰিণত কৰিব পাৰি আৰু তেতিয়া তাৰ ৰূপো নিজন্ত মূল ধাতুৰ দৰে হয়। যেনে:—

নিজন্ত আনুষঙ্গিক ধাতুৰ ৰূপ।

'ধৰাই-মাৰ্' ধাতু।

স্বৰূপ বৰ্ত্তমান কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | ধৰাই-মৰাইছোঁ। | ধৰাই-মৰাইছোঁ, ধৰাই মৰাইছাহঁক। |
| ২ পুং | ধৰাই-মৰাইছা, | ধৰাই-মৰাইছা, ধৰাই-মৰাইছাহঁক, |
| | ধৰাই-মৰাইছ। | ধৰাই-মৰাইছ, ধৰাই-মৰাইছহঁক। |
| ৩ পুং | ধৰাই-মৰাইছে, | ধৰাই-মৰাইছে; ইত্যাদি। |

(৮) যিঙন্তাৰ্থক ধাতু।

৩১। যিঙন্তাৰ্থক ধাতুৰে যি ক্ৰিয়া পদ ৰচিত হয়, তাক যিঙন্তাৰ্থক ক্ৰিয়া বোলে। সকলো পুৰুষ আৰু কালতে যিঙন্তাৰ্থক ধাতুৰ ৰূপ হয়। তৃতীয় পুৰুষৰ স্বৰূপ বৰ্ত্তমান কালৰ তাৰে কেইটা মান উদাহৰণ দিয়া হল। যেনে:—

| সংজ্ঞা শব্দ। | যিঙ্গন্তাৰ্থক ধাতু। | যিঙ্গন্তাৰ্থক ক্ৰিয়া। |
|---|---|---|
| গুলী। | গুলীয়া। | গুলিয়াইছে। |
| গাল। | গলিয়া। | গলিয়াইছে। |
| টাঙ্গন। | টঙ্গনিয়া। | টঙ্গনিয়াইছে। |
| ডাবি। | ডবিয়া। | ডবিয়াইছে। |
| মাৰি। | মৰিয়া। | মৰিয়াইছে। |
| হুকি। | হুকিয়া। | হুকিয়াইছে। |
| অনুকাৰ শব্দ। | ...... | ...... |
| কল্-কল্। | কল্ কলা। | কল্-কলাইছে। |
| গিৰ্-গিৰ্। | গিৰ্-গিৰা। | গিৰ্-গিৰাইছে। |
| মৰ্-মৰ্। | মৰ্-মৰা। | মৰ্-মৰাইছে। |
| হৰ্-হৰ্। | হৰ্-হৰা। | হৰ্-হৰাইছে ইত্যাঃ |

## (৯) অনিয়মিত ক্ৰিয়া।

৩২। বল্, থাক্, আছ আদিকেইটামান ধাতুৰ ৰূপ ও[illegible] দিয়া নিয়মমতে নহয়। সেই দেখি সিহঁতক অনিয়মিত ক্ৰিয়া বোলে।

(১) যাবলৈ আদেশ কৰা অৰ্থত লোট্ কালৰ সম্ৰমাৰ্থত বাজে তৃতীয় পুৰুষত বল্ ধাতুৰ অন্যৰূপ ন হয়। যেনে ঃ—

| | | |
|---|---|---|
| ২ পুং | তুমি বলাঁ, | বলাঁ, বলাঁহঁক, |
| | তই বল। | বল, বলহঁক। |
| ৩ পুং | আপুনি বা তেওঁ বলক। | বলক। |

কিন্তু সি, তাই আদি বলক ব্যৱহাৰ ন হয়।

(২) স্বৰূপ বৰ্ত্তমান আৰু অপূৰ্ণভূত কালত থাক্ ধাতুৰ সলনি আছ ধাতুৰ ক্ৰিয়া বিকল্পে হয়। যেনে ঃ—

### স্বৰূপ বৰ্ত্তমান কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | থাকিছোঁ বা আছোঁ। | থাকিছোঁ, থাকিছোঁহঁক, আছোঁ, আছোঁহঁক। |
| ২ পুং | থাকিছা বা আছা, থাকিছ বা আছ। | থাকিছা, থাকিছাহঁক, আছা, আছাহঁক, থাকিছ, থাকিছহঁক, আছ, আছহঁক। |
| ৩ পুং | থাকিছে বা আছে। | থাকিছে, আছে। |

### অপূৰ্ণভূত কাল।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | থাকিছিলোঁ বা আছিলোঁ। | থাকিছিলোঁ, থাকিছিলোঁহঁক, আছিলোঁ, আছিলোঁহঁক। |
| ২ পুং | থাকিছিলা বা আছিলা, থাকিছিলি বা আছিলি। | থাকিছিলা, থাকিছিলাহঁক, থাছিলা, আছিলাহঁক, থাকিছিল, থাকিছিলহঁক, আছিল, আছিলহঁক। |
| ৩ পুং | থাকিছিল বা আছিল। | থাকিছিল বা আছিল (১)। |

(৩) নাই বা নাইকিয়া ক্ৰিয়া কেৱল নিত্য বৰ্ত্তমান কালত ব্যৱহাৰ হয়, আৰু তিনিও পুৰুষৰ দুয়ো বচনত তাৰ ৰূপ একে। যেনে:—

---

(১) আছ্ ধাতু কেৱল স্বৰূপ বৰ্ত্তমান আৰু অপূৰ্ণভূত কালত ব্যৱহাৰ হয়।

| | একবচন | বহুবচন |
|---|---|---|
| ১ পুং | মই নাই। | আমি নাই। |
| ২ পুং | তুমি নাই, | তোমালোক নাই। |
| | তই নাই, | তহঁত নাই। |
| ৩ পুং | সি নাই। | সিহঁত নাই। |

### [ ১০ ] সিদ্ধাক্ৰিয়া, কৃদন্তক্ৰিয়া বা অসমাপিকা ক্ৰিয়া।

৩৩। ধাতুৰ পাচত ই, ইলত, লত, ইলে, লে, ওঁতে, আদি কথা যোগ হৈ সিদ্ধা ক্ৰিয়া ৰচিত হয়।

৩৪। অনন্তৰ অৰ্থ বুজাবলৈ সকলো কালত ধাতুৰ পাচত ই যোগ হয়। যেনে :—কৰি, ধৰি, শুনি, শুই, খাই ইত্যাদি। পঁচা অৰ্থত :—কৰাই, ধৰাই, শুনাই, শুৱাই, ইত্যাদি।

(১) ই বা ঈ অন্তত থকা ধাতুৰ পাচত প্ৰত্যয়ৰ ই গুচে। যেনে :—নি, দি ইত্যাদি। অকাৰ অন্তত থকা ধাতুৰ পাচত ধাতুৰ অ আৰু প্ৰত্যয়ৰ ই দুয়ো মিলি ঐ হয়। যেনে :—হৈ, লৈ, বৈ, [illegible] ইত্যাদি।

(২) ওলা, সোমা আদিকেত বোৰ ধাতুত বাজে ওকাৰ আগত থকা ধাতুৰ ওকাৰৰ ঠাইত উকাৰ হয়। যেনে : উমলি, শুই, ধুই ; ইত্যাদি।

৩৫। যি ঠাইত এটা কৰ্ত্তাই কাৰ্য্য কৰা বুজায়, তাত আদি ক্ৰিয়াত ভূত আৰু স্বৰূপ বৰ্ত্তমান কালত ব্যঞ্জনান্ত ধাতুৰ পাচত 'ইলত' আৰু স্বৰান্ত ধাতুৰ পাচত 'লত' কথা যোগ হয়। যেনে :—তেওঁ আহিলত মই খাইছোঁ, সি গলত মই আহিছিলোঁ ; ইত্যাদি। কিন্তু এনে বাক্যত নিত্য বৰ্ত্তমান আৰু ভবিষ্যৎ কালত অন্য এটা কৰ্ত্তাই ক্ৰিয়া কৰিবৰ

ইচ্ছা বা আগন্তুক থকা বুজালে ব্যঞ্জনান্ত ধাতুৰ পাচত ‘ইলে’ আৰু স্বৰান্ত ধাতুৰ পাচত ‘লে’ কথাৰ যোগ হয়। যেনে:—ৰাম গলে মই পঢ়োঁ, কালি আহিলে মই যাম ; ইত্যাদি।

(১) কোনো কোনো ঠাইত সিদ্ধ আৰু সাধ্য দুয়ো ক্ৰিয়াৰ একেটা কৰ্ত্তা কাৰক হলে তাতো ‘ইলে’ বা ‘লে’ কথাৰ যোগ হয়। যেনে:— সময় এবেলি গলে নিফিৰে ; ইত্যাদি।

৩৬। কোনো এটা ক্ৰিয়া চলি থকা কালত আন এটা কাৰ্য্য ঘটা অৰ্থ বুজাবলৈ আদি ক্ৰিয়াত ‘ওঁতে’ কথাৰ যোগ হয়। যেনে:—সি থাকোঁতে মই পাইছোঁ, পাইছিলোঁ বা পাম ; ইত্যাদি।

(১) ওকাৰান্ত ধাতুৰ পাচত ‘তে’ মাথোন হয় আৰু তাৰ আগৰ আখৰত চন্দ্ৰবিন্দু যোগ হয়। যেনে:—শোঁতে, ধোঁতে ; ইত্যাদি।

৩৭। পটা অৰ্থত ব্যঞ্জনান্ত ধাতুৰ পাচত ‘আ’, ইকাৰান্ত ধাতুৰ পাচত ‘য়া,’ উকাৰান্ত ধাতুৰ পাচত ‘ৱা,’ আৰু অকাৰান্ত আৰু আকাৰান্ত ধাতু ওকৰান্ত হয়। ‘খা ধাতুৰ আকাৰত আৰু ওকাৰান্ত ধাতুৰ ওকাৰত উকাৰ হয়। যেনে:—

| সাধাৰণ সিদ্ধ ক্ৰিয়া। | নিজন্ত সিদ্ধ ক্ৰিয়া। |
|---|---|
| কৰি। | কৰাই, কৰোৱাই। |
| কৰিলত। | কৰালত, কৰোৱালত। |
| কৰোঁতে। | কৰাওঁতে, কৰোৱাওঁতে। |
| ধৰি। | ধৰাই, ধৰোৱাই। |
| ধৰিলত। | ধৰালত, ধৰোৱালত। |
| ধৰোঁতে। | ধৰাওঁতে, ধৰোৱাওঁতে। |
| খাই। | খুৱাই। |
| খালত। | খুৱালত। |

| সাধাৰণ সিদ্ধ ক্ৰিয়া । | নিজন্ত সিদ্ধ ক্ৰিয়া । |
|---|---|
| খাওঁতে । | খুৱাওঁতে । |
| ওলাই । | উলিয়াই । |
| ওলালত । | উলিয়ালত । |
| ওলাওঁতে । | উলিয়াওঁতে । |
| গাই । | গোৱাই । |
| গালত । | গোৱালত । |
| গাওঁতে । | গোৱাওঁতে । |
| দি । | দিয়াই । |
| দিলত । | দিয়ালত । |
| দিওঁতে । | দিয়াওঁতে ; ইত্যাদি । |

## (১১) নাম ধাতু ।

৩৮। ভাব অৰ্থ বুজোৱা স্বৰান্ত ধাতুৰ পাচত 'ব' আৰু ব্যঞ্জনান্ত ধাতুৰ পাচত 'ইব' যোগত বি-পদ সিদ্ধ হয় তাক অসমীয়াত নাম ধাতু বোলে। যেনে ঃ—(শো) শুব, (নি) নিব, (মৰ্) মৰিব ; ইত্যাদি।

৩৯। নাম ধাতুত চতুৰ্থী, পঞ্চমী, আৰু ষষ্ঠী বিভক্তি যুক্ত হয়। যেনে ঃ—

| নিজে কৰা অৰ্থত | আনক পঁচা অৰ্থত । |
|---|---|
| কৰিবলৈ । | কৰাবলৈ । |
| কৰিবৰ পৰা । | কৰাবৰ পৰা । |
| কৰিবৰ । | কৰাবৰ । |
| নিবলৈ । | নিয়াবলৈ । |
| নিবৰ পৰা । | নিয়াবৰ পৰা । |
| নিবৰ । | নিয়াবৰ ; ইত্যাদি । |

## (১১) ক্ৰিয়াৰ বাচ্য।

৪০। ক্ৰিয়াৰ বাচ্য তিনি প্ৰকাৰ ঃ—কৰ্ত্তৃবাচ্য, কৰ্ম্ম বাচ্য আৰু ভাব বাচ্য (১)।

৪১। মই বামক দেখি ছোঁ। ইয়াত যিয়ে দেখিছে সিয়ে (অৰ্থাৎ মই দেখিছোঁ মই স্বয়ং) 'দেখিছোঁ' ক্ৰিয়াৰ কৰ্ত্তা কাৰক হৈ উক্ত হৈছে। ব্যাকৰণত এনে ক্ৰিয়াক কৰ্ত্তৃবাচ্যৰ ক্ৰিয়া আৰু বাক্যক কৰ্ত্তৃ-বাচ্যৰ বাক্য বোলা যায়।

যি বাক্যত যিয়ে ক্ৰিয়া কৰে তাক বুজোৱা পদটো সেই ক্ৰিয়াৰ কৰ্ত্তা কাৰক হৈ উক্ত হলে তাক কৰ্ত্তৃ বাচ্যৰ ক্ৰিয়া বোলা যায়।

৪২। কৰ্ত্তৃ বাচ্যৰ বাক্যত কৰ্ত্তাত প্ৰথমা আৰু কৰ্ম্ম থাকিলে তাত দ্বিতীয়া বিভক্তি যুক্ত হয় আৰু ক্ৰিয়াই কৰ্ত্তাৰ বচন, পুৰুষাদি লয়।

৪৩। চিকাৰীৰ দ্বাৰা সহজে বাঘ ধৰা যায়। ইয়াত 'বাঘ' পদ 'ধৰা' ক্ৰিয়াৰ কাৰ্য্য, অথচ ধৰা যায় ক্ৰিয়াৰ কৰ্ত্তা কাৰকহৈ উক্ত হৈছে, ব্যাকৰণত এনে ক্ৰিয়াক কৰ্ম্ম বাচ্যৰ ক্ৰিয়া আৰু বাক্যক কৰ্ম্ম বাচ্যৰ বাক্য বোলে।

যি বাক্যত যি কাৰ্য্য কৰা হয়, তাক বুজোৱা পদটো কৰ্ত্তা হৈ উক্ত হলে, তাৰ ক্ৰিয়াক কৰ্ম্ম বাচ্যৰ ক্ৰিয়া আৰু তেনে বাক্যক কৰ্ম্মবাচ্যৰ বাক্য বোলে।

৪৪। কৰ্ম্ম বাচ্যৰ বাক্যত কৰ্ম্মত প্ৰথমা বিভক্তি আৰু কৰ্ত্তাত দ্বাৰা

---

(১) এই তিনি প্ৰকাৰ বাচ্যত বাজে আৰু এক প্ৰকাৰ বাচ্য আছে তাক কৰ্ম্ম-কৰ্ত্তৃ বাচ্য আৰু তাৰ ক্ৰিয়াক কৰ্ম্ম-কৰ্ত্তৃ-বাচ্যৰ ক্ৰিয়া বোলে। কৰ্ম্ম-কৰ্ত্তৃ-বাচ্যৰ বাক্যত কৰ্ম্মযে আপুনি আপোনাক কৰা বুজায়। যেনে ঃ—ঘৰ ভাঙিছে, লটাডাল ছিঙিল ; ইত্যাদি।

শব্দৰ যোগত ষষ্ঠী বিভক্তি যুক্ত হয়, আৰু ক্ৰিয়াৰ কৃদন্ত পদ এটা 'হ' বা 'যা' ধাতুৰ সাধ্য ক্ৰিয়াৰ আগত থাকে।

(১) কেতিয়াবা 'হ' বা 'যা' ধাতুৰ সাধ্য ক্ৰিয়া নাথাকি কৰ্ম্ম-বাচ্যৰ ক্ৰিয়া ইকাৰান্ত হয়। যেনে :—ইয়াৰ পৰা তাৰ কথা শুনি অৰ্থাৎ শুনা যায় ; ইত্যাদি।

৪৫। কালি ৰামক দিয়া হৈছে। ইয়াত 'কালি ৰামক' পদটি আপোন ( দ্বিতীয়া ) বিভক্তিত আছে, আৰু 'দিয়া' পদটি 'হৈছে' ক্ৰিয়াৰ কৰ্ত্তা হৈছে। ব্যাকৰণত এনে ক্ৰিয়াক ভাব-বাচ্যৰ ক্ৰিয়া আৰু বাক্যক ভাব-বাচ্যৰ বাক্য বোলা যায়।

যি বাক্যত কৰ্ম্ম পদ আপোন বিভক্তিত থাকে আৰু ক্ৰিয়াৰ কৃদন্ত পদ এটা 'হ' বা 'যা' ধাতুৰ আগত থাকি কৰ্ত্তা কাৰক হয়, তেনে ক্ৰিয়াক ভাব-বাচ্যৰ ক্ৰিয়া আৰু বাক্যক ভাব বাচ্যৰ বাক্য বোলে।

## (১২) ক্ৰিয়া পদৰ ব্যৱহাৰ।

৪৬। বাক্যৰ কৰ্ত্তাৰ যি বচন আৰু পুৰুষ, সাধ্য ক্ৰিয়াৰো সেই বচন আৰু পুৰুষ হয়। যেনে : - মই আছোঁ, তুমি আছা, সি আছে, [illegible] আছোঁহঁক ; ইত্যাদি।

৪৭। যোজক অব্যয়ৰ দ্বাৰা লগ লগা প্ৰথম দ্বিতীয় আৰু তৃতীয় পুৰুষৰ তিনিটা শব্দই একেটা ক্ৰিয়াৰ কৰ্ত্তা কাৰক হলে তাৰ ক্ৰিয়া প্ৰথম পুৰুষৰ, আৰু দ্বিতীয় আৰু তৃতীয় পুৰুষৰ দুটা পদ এটা ক্ৰিয়াৰ কৰ্ত্তা কাৰক হলে তাৰ ক্ৰিয়া দ্বিতীয় পুৰুষৰ হয়। যেনে :—ৰাম, তুমি আৰু মই গৈছিলোঁ, তুমি আৰু মই লবিম তেওঁ আৰু তুমি আহিবা ; ইত্যাদি।

(১) একেটা ক্ৰিয়াৰ বেলেগ পুৰুষৰ দুটা বা তিনিটা কৰ্ত্তা কাৰক পৃথক বোধক অব্যয়ৰ দ্বাৰা বেলেগ হলেও তাৰ ক্ৰিয়াতো এই নিয়ম খাটে। যেনে : সি, তুমি বা মই যাম, তুমি বা মই আহিম, সি বা তুমি কৰিবা ; ইত্যাদি।

৪৮। 'হ' ধাতুৰ ক্ৰিয়াৰ বেলেগ বেলেগ পুৰুষৰ দুটা কৰ্ত্তা কাৰক থাকিলে তাৰে এটা যদি প্ৰথম পুৰুষৰ আৰু আনটো দ্বিতীয় বা তৃতীয় পুৰুষৰ হয়, তেন্তে তাৰ ক্ৰিয়াপদ প্ৰথমে উক্ত হোৱা কৰ্ত্তা কাৰকেৰে মিলে। যেনেঃ—তুমি যদি মই হলাহেঁতেন, সি মই নহয়, তুমি মই হবা ; ইত্যাদি।

৪৯। 'লাগ্' ধাতু আৱশ্যক হোৱা অৰ্থ বুজালে তাৰ ক্ৰিয়াৰ কৰ্ত্তা-কাৰক নাথাকে কিন্তু তাৰ দুটা কৰ্ম্মকাৰক হয়। যেনেঃ—মোকা আৰু এটা টকা লাগে, ইত্যাদি।

৫০। পূৰ কৰা অৰ্থ বুজালে 'হ' ধাতুৰ ক্ৰিয়াপদ প্ৰায়ে লুকাই থাকে। যেনেঃ—সি ভাল ( হয় ), সিহঁত তেনে মানুহ ( হয় ) ; ইত্যাদি।

৫১। অনুমতি দিয়া অৰ্থ বুজোৱা 'দি,' সম্ভৱ বা উচিত বুজোৱা 'পা,' শক্তিমন্ত অৰ্থ বুজোৱা 'পাৰ্,' আৰু 'খোজ্' ধাতুৰ ক্ৰিয়া পদে বাক্যত অকলে ব্যৱহাৰ হৈ তাৰ সম্পূৰ্ণ অৰ্থ বুজাব নোৱাৰে ; তেতিয়া তাৰ আগত একোটা নাম ধাতু ব্যৱহাৰ হয়। যেনেঃ—খাব দিলোঁ, পুৱাই আহিব পায়, মাৰিব না পায়, যাব পাৰোঁ, খাব খোজে ; ইত্যাদি।

৫২। কোনো ক্ৰিয়াৰ কাৰ্য্য বিশেষকৈ উক্ত কৰিব লাগিলে তাত মাতৰ ঠেলা পৰে, তেতিয়া অকাৰ, আকাৰ বা একাৰান্ত ধাতুৰ পাচত 'ই,' আৰু অন্য স্বৰান্ত বা ব্যঞ্জনান্ত ক্ৰিয়াৰ পাচত 'এই' কথাৰ যোগ দিয়া যায়। যেনেঃ—তুমি যাবাই, সি থাকিবই. সি শুনেই, মই যামেই ; ইত্যাদি।

৫৩। হতুৱাই, দ্বাৰা বা দ্বাৰাই কথা জীয়া জন্তুবোধক শব্দৰ পচচত থাকিলে তাত পাঁচনী ক্ৰিয়া ব্যৱহৃত হয়। যেনেঃ—ৰামৰ হতুৱাই তাক দেখুৱালোঁ, তাৰ দ্বাৰা এই কাম কৰালোঁ ; ইত্যাদি।

৫৪। নিৰ্জীৱ বস্তু বুজোৱা শব্দৰ পাচত সিহঁত থাকিলে সাধাৰণ

ক্ৰিয়া ব্যৱহৃত হয়। যেনে:—লাঠিৰ দ্বাৰা তাক মাৰিলোঁ; ইত্যাদি।

৫৫। ক্ৰিয়া মাত্ৰ কৰা অৰ্থত নিত্য বৰ্ত্তমান আৰু ভবিষ্যৎ কালৰ ক্ৰিয়াৰ পাচত 'চোন কথাৰ যোগ হয়। যেনে:—খাওঁচোন, যাওঁচোন; ইত্যাদি।

৫৬। ক্ৰিয়া বিশেষণ "ন" ক্ৰিয়াৰ আগত থাকিলে ক্ৰিয়াৰ আদি ব্যঞ্জনত যি স্বৰ থাকে তাতো সেই স্বৰ যুক্ত হয়; কিন্তু আদি ব্যঞ্জনত আকাৰ থাকিলে 'ন'ত বিকল্পে একাৰ, আৰু দীৰ্ঘ ঈ বা ঊ থাকিলে হ্ৰস্ব ই বা উ হে যুক্ত হয়। যেনে:—নকৰা, নিদিওঁ, নাযাওঁ বা নেযাওঁ, নিজীওঁ ইত্যাদি। আদি আখৰত ঐকাৰ থাকিলে 'ন' তেনেই থাকে। যেনে:—নলৈছিল, নগৈছিলোঁ; ইত্যাদি।

৫৭। এই 'ন'ৰ পাচত থকা ক্ৰিয়াৰ আদি আখৰ অকল স্বৰ হলে তাত সেই স্বৰ যুক্ত হয়। যেনে:-(ন+আহিম) নাহিম, (ন+এৰিবা) নেৰিবা ইত্যাদি।

৫৮। 'পাৰ্' ধাতুৰে সৈতে এই 'ন'ৰ যোগ হলে, 'ন' গুচি 'নো' আৰু 'পাৰ্' ধাতুৰ 'পা' গুচি 'ৱা' হয়। যেনে:—(ন+পাৰোঁ) নোৱাৰোঁ; ইত্যাদি।

৫৯। যি ক্ৰিয়া সিদ্ধি হোৱাৰ আশঙ্কা থাকে তাৰ ভবিষ্যৎ কালৰ ঠাইত নিত্য বৰ্ত্তমান কাল হয়। যেনে:—তেওঁ যদি আহে তেন্তে মই যাব পাৰিম; ইত্যাদি।

৬০। "যেতিয়া" এই কালবোধক সৰ্ব্বনামৰ যোগত ভবিষ্যৎ কালৰ ঠাইত নিত্য বৰ্ত্তমান কাল হয়। যেনে:—তেওঁ যেতিয়া আহে তেতিয়া মোক মাতিবা; ইত্যাদি।

৬১। নিজৰ মনতে প্ৰতিজ্ঞা বুজোৱা 'ন'ৰ যোগত ভবিষ্যৎ কালৰ

ঠাইত নিত্য বৰ্ত্তমান কাল হয়। যেনে ঃ—মই আৰু কেতিয়াও এনে কাম নকৰোঁ ; ইত্যাদি।

৬২। সদায় ক্ৰিয়া চলি থকা অৰ্থ বুজালে ভূত কালৰ ঠাইত নিত্য বৰ্ত্তমান কাল হয়। যেনে ঃ—আন বছৰ এনে সময়ত বৰ পানী হয় ; ইত্যাদি।

৬৩। অতীত কালৰ কোনো ঘটনা বৰ্ণাব লাগিলে নিত্য বৰ্ত্তমান কাল প্ৰায়ে ব্যৱহাৰ কৰে। যেনে ঃ—পানীপতৰ তৃতীয় যুদ্ধৰ পৰা মহৰাষ্ট্ৰা বোৰ দুৰ্ব্বল হৈ পৰে, ইত্যাদি।

৬৪। অতি অলপ সময়ৰ আগেয়ে ক্ৰিয়া কৰা অৰ্থত ভূত কালৰ সলনি স্বৰূপ বৰ্ত্তমান কাল, আৰু অতি অলপ সময়ৰ পাচত ক্ৰিয়া কৰা অৰ্থত ভবিষ্যৎ কালৰ সলনি নিত্য বৰ্ত্তমান কাল প্ৰায়ে ব্যৱহৃত হয়। যেনে ঃ—ৰাম কালি গধূলি আহিছে, আৰু আজি গধূলি যায় ; ইত্যাদি।

৬৫। অতীত কালৰ কোনো এক সময়ত যি ক্ৰিয়াৰ স্বৰূপ বৰ্ত্তমান, নিত্য বৰ্ত্তমান বা ভবিষ্যৎ কাল আছিল, তাৰ বহুদিন পাচতো সেই কথা কওঁতে এেক কালকে ব্যৱহাৰ কৰা যায়। যেনে ঃ—তেওঁ কৈছিল যে তুমি যদি যোৱা তেন্তে তেওঁ অহিব ; ইত্যাদি।

৬৬। অনেক কালৰ আগেয়ে কৰা ক্ৰিয়াৰ ফল এতিয়ালৈ থকা অৰ্থ বুজালে তাতো ভূতকালৰ সলনি স্বৰূপ বৰ্ত্তমান কাল ব্যৱহৃত হয়। যেনে ঃ—কালিদাসে শকুন্তলা লিখিছে ; ইত্যাদি।

৬৭। অনেক বাৰ কৰা অৰ্থ বুজোৱা ক্ৰিয়াৰ ভূতকালৰ ঠাইত স্বৰূপ বৰ্ত্তমান কাল হয়। যেনে ঃ—মই এনে বহুত ডাঙৰ বাঘ দেখিছোঁ ; ইত্যাদি।

৬৮। 'ই' শেহত থকা সিদ্ধাক্ৰিয়াৰ পাচত সকলো কালৰ সাধ্যা ক্ৰিয়া ব্যৱহৃত হয়। যেনে ঃ—ৰামে ভাত খাই আহিছে, আহিছিল বা আহিব ; ইত্যাদি।

৬৯। লত আৰু ইলত শেহত থকা সিদ্ধা ক্ৰিয়াৰ পাচত স্বৰূপ বৰ্ত্তমান, স্বৰূপভূত, আৰু অপূৰ্ণভূত কালৰ সাধ্যা ক্ৰিয়া মাথোন ব্যৱহৃত হয়। যেনে ঃ—সি আহিলত মই গৈছিলোঁ, তেওঁ বহিলত তুমি মাতিছা, সি গলত মই মাতিছিলোঁ ; ইত্যাদি।

৭০। লে বা ইলে শেহত থকা সিদ্ধা ক্ৰিয়াৰ পাচত স্বৰূপ বৰ্ত্তমান, আৰু স্বৰূপভূত কালত বাজে অন্য সকলো কালৰ সাধ্যা ক্ৰিয়া ব্যৱহাৰ কৰা যায়। যেনে ঃ— আদেশ পালে মই যাওঁ, ৰাতি হলে জোন উঠিব, ৰাম গলে কালি আহিল হেঁতেন ; ইত্যাদি।

৭১। ওঁতে শেহত থকা সিদ্ধা ক্ৰিয়াৰ পাচত সকলো কালৰ সাধ্যা ক্ৰিয়া ব্যৱহৃত হয়। যেনে ঃ—তুমি থাকোঁতে মই আহিছোঁ, আহিছিলোঁ বা আহিম ; ইত্যাদি।

## ৪। কাৰকৰ বিশেষ বিৱৰণ।

১। একে ব্যক্তি বা বস্তু বুজোৱা কাৰক হোৱা দুটা শব্দ ওচৰা ওচৰি হৈ থাকি একে কাৰক হলে, তাৰে প্ৰথমটোক দ্বিতীয়টোৰ সম কাৰক বোলে। সম-কাৰকৰ বিভক্তি লুকাই থাকে। যেনে ঃ— অযোধ্যাৰ ৰজা দশৰথৰ পুতেক ৰামচন্দ্ৰে হাতৰ অস্ত্ৰ শৰেৰে লঙ্কাৰ ৰজা ৰাৱণক বধিছিল। ইয়াত 'ৰজা' দশৰথৰ সম-সম্বন্ধ, 'পুতেক' ৰামচন্দ্ৰৰ সমকৰ্ত্তা, 'অস্ত্ৰ' শৰৰ সম-কৰণ, আৰু 'ৰজা' ৰাৱণৰ সম-কৰ্ম্ম কাৰক। কিন্তু সম-কাৰকটো সৰ্ব্বনাম হলে তাৰ বিভক্তি নুগুচে। যেনে ঃ—তেওঁ লোকৰ চাৰি ভায়েকৰ নামে ধাৰ লৰা ; ইত্যাদি।

২। যেতিয়া 'আৰু' বা 'এবং' যোজক অব্যয়েৰে দুটাৰ অধিক পদ একে লগ লগোৱা হয়, নাইবা পৃথক বোধক অব্যয়ৰ দ্বাৰা তাক বেলেগ কৰা যায়, তেতিয়া শেহৰ পদটোত মাথোন কাৰকৰ চিন থাকে।

যেনে :—ৰাম, হৰি আৰু গোপালে খাপৰ, জাঠি আৰু কাঁৰেৰে বহুত বাধ মাৰিছিল ; ৰাম, হৰি বা গোপালে এইটো কৰিছিল ; ইত্যাদি।

৩। দুটা বা অধিক পদৰ পাচত সিহঁতক বুজোৱা যি সংখ্যা বাচক শব্দ ব্যৱহাৰ কৰা যায়, সি সেই পদবিলাকে সৈতে একে কাৰক হয়, আৰু সেই বোৰ পদৰ বিভক্তি গুচি সেই সংখ্যা বাচক শব্দত বিভক্তি আৰু ও যুক্ত হয়। যেনে :—ৰাম, হৰি আৰু গোপাল তিনিকো দেখিছিলোঁ ; ইত্যাদি। কিন্তু সৰ্ব্বনামৰ পাচত সংখ্যা বাচক শব্দ থাকিলে সিহঁতৰ বিভক্তি নুগুচে। যেনে—তেওঁক, তোমাক আৰু মোক তিনিকো মাতিছে ; ইত্যাদি।

৪। যেতিয়া কেবাটাও সংজ্ঞা শব্দৰ পিচত এই বিলাক আৰু এই সকলো বিশেষণ সৰ্ব্বনাম থাকে, তেতিয়া সেই সংজ্ঞা শব্দ বিলাকে সৈতে তাৰ একে কাৰক হয় আৰু সংজ্ঞা শব্দ বোৰৰ বিভক্তি গুচি সেই বিশেষণ সৰ্ব্বনামত মাথোন বিভক্তি থাকে। যেনে :—বুদ্ধদেৱে ৰাজ্য, ধন, বস্ত্ৰ, ঘৰ-বাৰী, মাক-বাপেক, লৰা-তিৰুতা এই সকলোকে এৰি বনলৈ গৈছিল ; ইত্যাদি।

৫। সংজ্ঞা শব্দ, বিশেষণ সৰ্ব্বনামৰ বাহিৰে অন্য সৰ্ব্বনাম শব্দ, সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হোৱা বিশেষণ, সংখ্যাবাচক আৰু অনুকাৰ শব্দ আৰু কেত বোৰ কৃদন্ত শব্দ যেই সেই কাৰক হব পাৰে।

## কৰ্ত্তাকাৰক।

৬। অকৰ্ম্মক ক্ৰিয়াৰ কৰ্ত্তাত এ বা ই বিভক্তি প্ৰায়ে লুকাই থাকে। যেনে :—ৰাম গল, ভুবন শুইছে ; ইত্যাদি।

৭। একেটা বাক্যতে এটা বা অধিক সকৰ্ম্মক সিদ্ধা ক্ৰিয়া আৰু এটা অকৰ্ম্মক সাধ্যা ক্ৰিয়া থাকিলে, কৰ্ত্তাপদ যদি সিদ্ধা ক্ৰিয়াৰ আগত

থাকে, তেন্তে বিভক্তি বিকল্পে লোপ হয়; কিন্তু কৰ্ত্তাপদ সিদ্ধা ক্ৰিয়াৰ পাচত থাকিলে বিভক্তি সদায় লোপ হয়। যেনেঃ—ৰাম বা ৰামে ভাত খাই আছিছে, ভাত খাই ৰাম আছিছে; ইত্যাদি।

৮। একেটা কৰ্ত্তাৰ এটা সকৰ্ম্মক আৰু এটা অকৰ্ম্মক ক্ৰিয়া থাকিলে প্ৰথমে উক্ত হোৱা ক্ৰিয়াটো অনুসৰি বিভক্তি থাকে বা গুচে। যেনেঃ—হলি ৰামে ভাত খাব আৰু যাব, হলি ৰাম যাব আৰু ভাত খাব; ইত্যাদি।

৯। কান্দ্, কাহ্, গাজ্, নাচ্, পাদ্, মূত্, লাদ্ হাগ্, হাঁচ্, হাঁহ্ আদি, আৰু অনুকাৰ শব্দৰ পৰা হোৱা অকৰ্ম্মক ক্ৰিয়া বিলাকৰ কৰ্ত্তা কাৰকৰ এ বিভক্তি লোপ ন হয়। যেনেঃ—ৰামে কান্দে, হলিয়ে কাহিছে, মেঘে গুমগুমাইছে; ইত্যাদি।

১০। ব্যক্তি বোধক সৰ্ব্বনামৰ পাচত থকা 'নিজ' পদ কৰ্ত্তা কাৰক হলে তাৰ বিভক্তি কেতিয়াও নুগুচে। যেনেঃ—মই নিজে মৰিম; ইত্যাদি। এনে ঠাইত কৰ্ত্তা কাৰক হোৱা ব্যক্তি বোধক সৰ্ব্বনামেই লুকাই থাকে। যেনেঃ—নিজে আহিছিলোঁ; ইত্যাদি।

১১। কৰ্ত্তাপদ সকলোৰে স্বভাৱতে জনা থাকিলে বা একেটা বাক্যতে ওপৰত উক্ত হলে, এনে কৰ্ত্তাপদ লুকাই থাকে। যেনেঃ—(বেলিয়ে) পোহৰ দিছে, (মেঘে) বৰষুণ আনিছে, ৰামে চুৰ কৰিছিল, শাস্তিও পাইছিল; ইত্যাদি।

১২। কৰ্ত্তা পদটোক বিশেষকৈ উক্ত কৰিব খুজিলে তাৰ ওপৰত মাতৰ ঠেলা পৰে; এতেকে এনে কৰ্ত্তাপদ অকাৰ, আকাৰ বা একাৰান্ত হলে তাৰ পাচত 'ই', ব্যঞ্জন বা অন্য স্বৰান্ত হলে তাৰ পাচত 'এই' আৰু 'ই' অকলে থাকিলে তাৰ ঠাইত য়ে হয়। যেনেঃ—(গাধ যায়) গাধই যায়, (লতাই মেৰায়) লতায়ে মেৰায়, (লতা ছিগে) লতাই ছিগে,

(ৰাম যাব) ৰামেই যাব, (গাধই খায়) গাধয়ে খায়; ইত্যাদি। কিন্তু সৰ্ব্বনাম শব্দ কৰ্ত্তা কাৰক হলে ঠেলা পৰা কৰ্ত্তাত 'এ' বা 'এই' যোগ হয়। যেনে: মযে বা মযেই, আপুনিয়ে বা আপুনিয়েই; ইত্যাদি।

১৩। যেতিয়া কৰ্ত্তাপদে কোনো সাধ্য ক্ৰিয়াৰ লগত সম্বন্ধ নাৰাখি কেৱল কৃদন্ত ক্ৰিয়া বা নাম ধাতুৰ লগত সম্বন্ধ ৰাখে, তেতিয়া তাক কেৱলীয়া বা অক্ৰিয়া কৰ্ত্তাকাৰক বোলে। যেনে:—সি যাবলৈ লাগে, মই খাওঁতে তুমি আহিছিলা। ইয়াত 'সি' আৰু 'মই' অক্ৰিয়া কৰ্ত্তা কাৰক।

১৪। কেতিয়াবা কেবাটাও পদ বা এটা খণ্ড বাক্য একেটা মাথোন কৰ্ত্তাকাৰক হয়। যেনে:—পাঠ পঢ়িবলৈ নহল, অকাৰণত জীৱ হত্যা কৰা উচিত নহয়। ইয়াত পাঠ পঢ়িবলৈ পদ দুটা হল ক্ৰিয়াৰ, আৰু অকাৰণত জীৱ হত্যা কৰা এই খণ্ড বাক্যটো নহয় ক্ৰিয়াৰ কৰ্ত্তাকাৰক।

## কৰ্ম্মকাৰক।

১৫। সকৰ্ম্মক ধাতুৰ সাধ্য আৰু সিদ্ধ ক্ৰিয়াৰ, আৰু কৃদন্ত বিশেষণ আৰু নাম ধাতুৰ কৰ্ম্মকাৰক থাকে। যেনে:—ৰামে বাঘ মাৰিলে, ভাত খাই আছিলোঁ, পূজা কৰা মানুহ, পূজা দেখিবলৈ যাব? ইত্যাদি।

১৬। কৰ্, খা, চা, দেখ্, বান্ধ্, মাত্, শুন্ আদি কেতবোৰ সকৰ্ম্মক ধাতুৰ কৰ্ম্মকাৰকৰ অক্ বিভক্তি প্ৰায়ে লুকাই থাকে। যেনে:—কাম কৰোঁ, কিতাপ দেখিলোঁ, পাঠ মাতিছে, মিঠাই খোৱাঁ; ইত্যাদি।

কিন্তু দেৱতা আৰু মানুহৰ নামত, আৰু সৰ্ব্বনাম শব্দত এই নিয়ম নাখাটে। যেনে:—গোসাঁনীক দেখা নেপালোঁ, হৰিক মাতিছে, তাক বান্ধিম; ইত্যাদি।

১৭। কৰ্ম্মকাৰকটোক বিশেষকৈ উক্ত কৰিব লাগিলে সকলো

ঠাইতে অক্ বিভক্তিৰ পাচত 'এ' যোগ হয়। যেনে ঃ—কথাকে নকয়, ভাতকে খোৱা নাই, এবেলি পূজাকে দেখিম ; ইত্যাদি।

১৮। কেতিয়াবা এটা সম্পূৰ্ণ বাক্য বা এটা খণ্ড বাক্য তেনেই কৰ্ম্মকাৰক হয়। যেনে ঃ তেওঁ কৈছিল যে তেওঁ কালি ঘৰলৈ যাব, তেওঁ ভাত খোৱা মই দেখিছো। ইয়াত 'তেওঁ কালি ঘৰলৈ যাব 'কৈছিল' ক্ৰিয়াৰ, আৰু 'তেওঁ ভাত খোৱা' 'দেখিছোঁ' ক্ৰিয়াৰ কৰ্ম্ম।

১৯। হাতে হাতে দান কৰা অৰ্থ বুজালে সম্প্ৰদান কাৰকত কৰ্ম্ম-কাৰক হয়। যেনে ঃ—কৰ্ম্মকাৰক হলিয়ে বামুণক ধন দিলে (হাতে হাতে বামুণক দিলে)। সম্প্ৰদান কাৰক—হলিয়ে বামুণলৈ ধন দিলে (বামুণৰ নিমিত্তে আনৰ হাতত ধনদি পঠালে)।

২০। সকৰ্ম্মক 'এৰ্' আৰু 'পাহৰ্' ধাতুৰ ক্ৰিয়াৰ কৰ্ম্ম কাৰকটো নাম ধাতু হলে তাত চতুৰ্থী বিভক্তি যুক্ত হয়। যেনে ঃ—আহিবলৈ এৰিলা, খাবলৈ পাহৰিলা ; ইত্যাদি।

২১। অনুসৰি আৰু পৰ্য্যন্ত আগত বহা শব্দৰ 'অক্' বিভক্তি গুচে। যেনে ঃ - নিয়ম অনুসাৰে, গুৱাহাটী পৰ্য্যন্ত ; ইত্যাদি।

## কৰণকাৰক।

২২ সৈতে, সহিতে বা দি কথাৰ যোগত কৰণকাৰক হয়। দি যোগ হলে 'এৰে' বিভক্তিৰ 'ৰে' আখৰ সদায়, আৰু 'সৈতে' বা 'সহিতে' কথাৰ যোগত লেখকৰ ইচ্ছানুসাৰে তাৰ লোপো হয় আৰু নহয়ো। যেনে ঃ মঙ্গহেৰে বা মঙ্গহে সৈতে, চোৰে সহিতে, মুখেদি ; ইত্যাদি।

২৩। অকাৰ বা আকাৰান্ত শব্দৰ পাচত 'সৈতে' কথা যোগ হলে 'এৰে' বিভক্তিৰ 'ৰে' লুগুচে, কিন্তু সংযোগী আকাৰান্ত শব্দৰ পাচত হলে 'ৰে' আখৰ বিকল্পে গুচে। যেনে ঃ— ৰজাৰে সৈতে, গাধৰে সৈতে, শব্দেৰে বা শব্দে সৈতে ; ইত্যাদি।

২৪। 'দি' কথাৰ যোগত অকাৰ বা আকাৰান্ত শব্দৰ পাচত 'এৰে' বিভক্তিৰ ঠাইত 'ই' হয়। যেনে:—ঘোঁৰাই দি আহিলোঁ, গাধই দি কঢ়িয়ালোঁ; ইত্যাদি।

২৫। যুক্ত হোৱা অৰ্থত যি যুক্ত হয় সি কৰণকাৰক হয়। যেনে:—নোমেৰে যুক্ত পহু, নখেৰে যুক্ত ভালুক; ইত্যাদি। কিন্তু তাৰ আগত কোনো বিশেষণ থাকিলে যুক্ত কথা নে থাকে। যেনে:—দীঘল চুলিৰে মানুহ; ইত্যাদি।

২৬। কৰণকাৰক হোৱা পদটোক বিশেষকৈ উক্ত কৰিব লাগিলে তাৰ পাচত 'ই' যোগ হয়। যেনে:—হাতেৰেই মাৰিছোঁ; ইত্যাদি।

২৭। খেলা অৰ্থত কৰণকাৰকৰ 'এৰে' বিভক্তি লুপ্ত থাকে। যেনে:—তাছ খেলাইছে। গাৰ অঙ্গ বুজোৱা কোনো শব্দৰ পিচত 'এৰে' বিভক্তিৰ 'ৰে' লিখোঁতাৰ ইচ্ছা অনুসৰি গুচে বা থাকে। যেনে:—নিজ কাণে বা কাণেৰে শুনিছোঁ; ইত্যাদি।

২৮। পদ্যত কৰণকাৰকৰ এৰে বিভক্তিৰ 'ৰে' প্ৰায় লুকাই থাকে। যেনে:—কায়মনো বাক্যে তুমি বিদ্যা শিক্ষা কৰা।

## সম্প্ৰদান আৰু অপাদান কাৰক।

সম্প্ৰদান কাৰক হোৱা পদটোক বিশেষকৈ উক্ত কৰিব লাগিলে তাৰ পিচত 'কে' বা 'য়ে' যোগ দিয়া যায়। যেনে:—গুৱাহাটীলৈকে বা গুৱাহাটীলৈয়ে আহিবা; ইত্যাদি।

৩০। অপাদান কাৰক হোৱা পদটোক বিশেষকৈ উক্ত কৰিব খুজিলে তাৰ পাচত 'ই' যোগ দিয়া হয়। যেনে:—কেৱল গৰুৰ পৰাই ইমান উপকাৰ পোৱা যায়; ইত্যাদি। কদাচিত অপাদান কাৰকৰ বিভক্তিৰ আগত 'এ' যোগ দিয়া হয়। যেনে:—কেৱল গৰুৰে পৰা ইমান উপকাৰ হয়; ইত্যাদি।

ঠাইতে অক্ বিভক্তিৰ পাচত 'এ' যোগ হয়। যেনেঃ—কথাকে নকয়, ভাতকে খোৱা নাই, এবেলি পূজাকে দেখিম; ইত্যাদি।

১৮। কেতিয়াবা এটা সম্পূৰ্ণ বাক্য বা এটা খণ্ড বাক্য তেনেই কৰ্ম্মকাৰক হয়। যেনেঃ তেওঁ কৈছিল যে তেওঁ কালি ঘৰলৈ যাব, তেওঁ ভাত খোৱা মই দেখিছো। ইয়াত 'তেওঁ কালি ঘৰলৈ যাব 'কৈছিল' ক্ৰিয়াৰ, আৰু 'তেওঁ ভাত খোৱা' 'দেখিছোঁ' ক্ৰিয়াৰ কৰ্ম্ম।

১৯। হাতে হাতে দান কৰা অৰ্থ বুজালে সম্প্ৰদান কাৰকত কৰ্ম্ম-কাৰক হয়। যেনেঃ—কৰ্ম্মকাৰক হলিয়ে বামুণক ধন দিলে (হাতে হাতে বামুণক দিলে)। সম্প্ৰদান কাৰক—হলিয়ে বামুণলৈ ধন দিলে (বামুণৰ নিমিত্তে আনৰ হাতত ধনদি পঠালে)।

২০। সকৰ্ম্মক 'এৰ্' আৰু 'পাহৰ্' ধাতুৰ ক্ৰিয়াৰ কৰ্ম্ম কাৰকটো নাম ধাতু হলে তাত চতুৰ্থী বিভক্তি যুক্ত হয়। যেনেঃ—আহিবলৈ এৰিলা, খাবলৈ পাহৰিলা; ইত্যাদি।

২১। অনুসৰি আৰু পৰ্য্যন্ত আগত বহা শব্দৰ 'অক্' বিভক্তি গুচে। যেনেঃ-নিয়ম অনুসাৰে, গুৱাহাটী পৰ্য্যন্ত; ইত্যাদি।

## কৰণকাৰক।

২২ সৈতে, সহিতে বা দি কথাৰ যোগত কৰণকাৰক হয়। দি যোগ হলে 'এৰে' বিভক্তিৰ 'ৰে' আখৰ সদায়, আৰু 'সৈতে' বা 'সহিতে' কথাৰ যোগত লেখকৰ ইচ্ছানুসাৰে তাৰ লোপো হয় আৰু নহয়ো। যেনেঃ মঙ্গহেৰে বা মঙ্গহে সৈতে, চোৰে সহিতে, মুখেদি; ইত্যাদি।

২৩। অকাৰ বা আকাৰান্ত শব্দৰ পাচত 'সৈতে' কথা যোগ হলে 'এৰে' বিভক্তিৰ 'ৰে' লুগুচে, কিন্তু সংযোগী আকাৰান্ত শব্দৰ পাচত হলে 'ৰে' আখৰ বিকল্পে গুচে। যেনেঃ—ৰজাৰে সৈতে, গাধৰে সৈতে, শব্দেৰে বা শব্দে সৈতে; ইত্যাদি।

২৪। 'দি' কথাৰ যোগত অকাৰ বা আকাৰান্ত শব্দৰ পাচত 'এৰে' বিভক্তিৰ ঠাইত 'ই' হয়। যেনে:–ঘোঁৰাই দি আহিলোঁ, গাধই দি কটিয়ালোঁ; ইত্যাদি।

২৫। যুক্ত হোৱা অৰ্থত যি যুক্ত হয় সি কৰণকাৰক হয়। যেনে:—নোমেৰে যুক্ত পহু, নখেৰে যুক্ত ভালুক; ইত্যাদি। কিন্তু তাৰ আগত কোনো বিশেষণ থাকিলে যুক্ত কথা নে থাকে। যেনে:—দীঘল চুলিৰে মানুহ; ইত্যাদি।

২৬। কৰণকাৰক হোৱা পদটোক বিশেষকৈ উক্ত কৰিব লাগিলে তাৰ পাচত 'ই' যোগ হয়। যেনে:—হাতেৰেই মাৰিছোঁ; ইত্যাদি।

২৭। খেলা অৰ্থত কৰণকাৰকৰ 'এৰে' বিভক্তি লুপ্ত থাকে। যেনে:–তাছ খেলাইছে। গাৰ অঙ্গ বুজোৱা কোনো শব্দৰ পিচত 'এৰে' বিভক্তিৰ 'ৰে' লিখোঁতাৰ ইচ্ছা অনুসৰি গুচে বা থাকে। যেনে:—নিজ কাণে বা কাণেৰে শুনিছোঁ; ইত্যাদি।

২৮। পদ্যত কৰণকাৰকৰ এৰে বিভক্তিৰ 'ৰে' প্ৰায় লুকাই থাকে। যেনে:—কায়মনো বাক্যে তুমি বিদ্যা শিক্ষা কৰা।

## সম্প্ৰদান আৰু অপাদান কাৰক।

সম্প্ৰদান কাৰক হোৱা পদটোক বিশেষকৈ উক্ত কৰিব লাগিলে তাৰ পিচত 'কে' বা 'য়ে' যোগ দিয়া যায়। যেনে:—গুৱাহাটীলৈকে বা গুৱাহাটীলৈয়ে আহিবা; ইত্যাদি।

৩০। অপাদান কাৰক হোৱা পদটোক বিশেষকৈ উক্ত কৰিব খুজিলে তাৰ পাচত 'ই' যোগ দিয়া হয়। যেনে:—কেৱল গৰুৰ পৰাই ইমান উপকাৰ পোৱা যায়; ইত্যাদি। কদাচিত অপাদান কাৰকৰ বিভক্তিৰ আগত 'এ' যোগ দিয়া হয়। যেনে:–কেৱল গৰুৰে পৰা ইমান উপকাৰ হয়; ইত্যাদি।

৩১। অৱধি বা অপেক্ষা শব্দৰ যোগে অপাদান কাৰক হয়। যেনে:— সিদিনাৰধি মোৰ জ্বৰ হৈছে, ধন অপেক্ষা গুণ ভাল; ইত্যাদি।

৩২। তুলনা অৰ্থত সপ্তমী বিভক্তি যুক্ত পদৰ পাচত 'কৈ' যোগ দিলে অপাদান কাৰক হয়। যেনে:—ৰামতকৈ হৰি ডাঙৰ, ৰূপতকৈ গুণ ভাল; ইত্যাদি।

৩৩। 'শুন্' ধাতুৰ ক্ৰিয়াৰ লগত 'মুখ' আৰু 'পা' ধাতুৰ ক্ৰিয়াৰ লগত 'হাত' শব্দৰ সম্পৰ্ক থাকিলে 'পৰা' বিভক্তিৰ ঠাইত 'এ' হয়। যেনে:— তোমাৰ হাতে (হাতৰ পৰা) পালোঁ, তেওঁৰ মুখে (মুখৰ পৰা) শুনিছিলোঁ; ইত্যাদি। ইয়াত 'মুখে' আৰু 'হাতে' পদ অপাদান কাৰক।

৩৪। নাম ধাতুৰ সম্প্ৰদান আৰু অপাদান কাৰক হয়। যেনে:— ভাত খাবলৈ আহিবা, তেওঁ আহিবৰ পৰা জ্বৰ হৈছে; ইত্যাদি।

## সম্বন্ধকাৰক।

৩৫। সম্বন্ধ কাৰকৰ সম্বন্ধী পদটো সংজ্ঞা শব্দ, গুণবোধক শব্দ, অনুকাৰ শব্দ, কৃদন্ত শব্দ বা নাম ধাতু হব পাৰে। যেনে:—তেওঁৰ ঘৰত, ঘৰৰ দীৰ্ঘতা, ৰেলৰ গুম্ গুমনি, মোৰ খোৱা পানী, তেওঁৰ যাবৰ সময়; ইত্যাদি।

৩৬। কেতিয়াবা কোতিয়াবা সম্বন্ধ কাৰকৰ সম্বন্ধী পদও সম্বন্ধ কাৰক হব পাৰে। যেনে:—তোমাৰ ঘৰৰ মানুহ, কালিৰ দোকানৰ বস্তু; ইত্যাদি।

৩৭। নাম ধাতুৰ সম্বন্ধ কাৰকৰ আগত অন্য এটা সম্বন্ধ কাৰক থাকিব লাগে। যেনে:—তেওঁৰ যাবৰ সময়; ইত্যাদি।

৩৮। কেতিয়াবা সম্বন্ধ কাৰকৰ সম্বন্ধী পদ ক্ৰিয়া বিশেষণ হয়। যেনে:— হাবিৰ মাজে মাজে আহিছোঁ; ইত্যাদি।

৩৯। অৰ্থে, বাবে, কাৰণে, দৰে, দ্বাৰা নিচিনা, নিমিত্তে, প্ৰতি, বাহিৰে, হতুৱাই আদি আনুষঙ্গিক অব্যয়ৰ আগত থকা শব্দ বোৰ সম্বন্ধ কাৰক হয়। যেনে :—তেওঁৰ অৰ্থে, ধনৰ বাবে, তাৰ কাৰণে, ৰামৰ দৰে, হৰিৰ নিচিনা, তাৰ নিমিত্তে ; ইত্যাদি।

৪০। অনুসাৰে আৰু মতে শব্দৰ আগত থকা সম্বন্ধ কাৰকৰ বিভক্তি গুচে। যেনে :-বল অনুসাৰে, নিয়ম মতে ; ইত্যাদি। কিন্তু মতে শব্দৰ পাচত থকা সম্বন্ধ কাৰক হোৱা পদটো ব্যক্তিবোধক সৰ্ব্বনাম হলে তাৰ বিভক্তি থাকে। যেনে :—মোৰ মতে, সিহঁতৰমতে ; ইত্যাদি।

৪১। সম্বন্ধ কাৰকৰ পদটোক বিশেষকৈ উক্ত কৰিব লাগিলে তাৰ পাচত 'এ' যোগ দিয়ে। যেনে :—মানুহৰে খোজ ; ইত্যাদি।

৪২। নাম ধাতুৰ সম্বন্ধ কাৰক হয়। যেনে :—খাবৰ সময় ; ইত্যাদি।

## অধিকৰণ কাৰক।

৪৩। বিনা, বিনে, বাজে আদি আনুষঙ্গিক অব্যয় শব্দৰ আগত থকা সংজ্ঞা, সৰ্ব্বনাম আদি শব্দ অধিকৰণ কাৰক হয়। যেনে :—মোত বিনে, তোমাত বিনা, ৰামত বিনা, তোমাত বাজে ; ইত্যাদি।

৪৪। উঠ্ ধাতুৰ ক্ৰিয়াৰ লগত যাৰ সম্পৰ্ক থাকে সি অধিকৰণ কাৰক হয়। যেনে :—ঘোঁৰাত উঠিম, গছত উঠিছে ; ইত্যাদি।

৪৫। দিন শব্দত বাজে কাল বুজোৱা শব্দ বোৰৰ পাচত সপ্তমী বিভক্তি লোপ হয়। যেনে :—কালি (১) যাম, পৰহি আহিলোঁ, দুবছৰ পঢ়িলোঁ ; ইত্যাদি। কিন্তু দিন শব্দৰ আগত সংখ্যা বাচক শব্দ থাকিলে তাৰো বিভক্তি লোপ হয়। যেনে :—এদিন গৈছিলোঁ ; ইত্যাদি।

(১) কোনো কোনোৱে এনেবোৰ শব্দক ক্ৰিয়া বিশেষণ বোলে।

৪৬। ধৰ্, কোবা আৰু মৰা অৰ্থত মাৰ্ ধাতুৰ ক্ৰিয়াই গাৰ কোনো অঙ্গত কাম কৰা বুজালে সি অধিকৰণ কাৰক হয়। যেনে:—গলত ধৰিছিলোঁ, হাতত কোবালে, পিঠিত মাৰিছিল ; ইত্যাদি।

৪৭। অধিকৰণ কাৰকৰ পদটোক বিশেষকৈ উক্ত কৰিব খুজিলে বিভক্তিৰ পাচত এ যোগ কৰা যায়। যেনে:—ঘৰখনতে খাই শেহ কৰিলা, এদিনতে কৰিছিলোঁ, হাতীতে উঠি যাম ; ইত্যাদি।

## ৫। পদান্বয়।

১। বাক্যত থকা প্ৰতি পদৰ পৰিচয় দিয়াকে পদান্বয় বোলে।

২। সংজ্ঞা পদক অন্বয় কৰিব লাগিলে তাৰ প্ৰকাৰ, লিঙ্গ, বিভক্তি, বচন, কাৰক আৰু কোন ক্ৰিয়াৰে সৈতে অন্বিত তাক কব লাগে।

৩। গুণ বোধক পদক সংজ্ঞা শব্দবদৰে অন্বয় কৰিব লাগে।

৪। সৰ্ব্বনাম পদক অন্বয় কৰিব লাগিলে তাৰ প্ৰকাৰ, লিঙ্গ, বিভক্তি, বচন, পুৰুষ, কাৰক আৰু কোন ক্ৰিয়াৰে সৈতে অন্বিত তাক কব লাগে ; কিন্তু বিশেষণ সৰ্ব্বনামৰ লিঙ্গ আৰু কাৰক নাই আৰু তাক কবও নেলাগে।

৫। বিশেষণ পদক অন্বয় কৰিব লাগিলে তাৰ প্ৰকাৰ, লিঙ্গ আৰু কাক বিশেষ কৰে তাক কব লাগে।

৬। সংখ্যা বাচক পদক অন্বয় কৰিব লাগিলে কাৰ লেখ বুজায় তাক কব লাগে।

৭। ক্ৰিয়া বিশেষণ পদৰ অন্বয়ত প্ৰকাৰ আৰু কোন পদৰ কি অৱস্থা দেখায়, তাৰ কব লাগে।

৮। অব্যয় পদ অন্বয় কৰাত তাৰ প্ৰকাৰ কব লাগে।

৯। অনুকাৰ পদ অন্বয় কৰাত কিহৰ তেনে মাত উঠিছে তাক কব লাগে।

১০। উপশব্দ বা অনুরূপ শব্দ বাক্যত পদ স্বরূপে স্বয়ং ব্যৱহৃত নহয়, কোনো এটা শব্দে সৈতে লগ লাগিলেহে ব্যৱহাৰ হব পাৰে, এতেকে যি পদৰ লগত তাৰ যোগ হয় সেই পদৰ অন্বয় কৰিলে তাৰ অন্বয় কৰা হয়।

১১। সাধ্য ক্রিয়াক অন্বয় কৰিব লাগিলে সাধাৰণ বা পাঁচনী সকৰ্ম্মক বা অকৰ্ম্মক, বাচ্য, বচন, পুৰুষ, কাল আৰু কোন কৰ্ত্তাৰে অন্বিত আৰু সকৰ্ম্মক হলে তাৰ কৰ্ম্মকাৰক—এই বোৰ কৰ লাগে।

১২। কৃদন্ত শব্দ বিলাকৰ ভিতৰত কেতবোৰ বিশেষণ আৰু কেত বোৰ সংজ্ঞা শব্দৰ নিচিনা বাক্যত ব্যৱহৃত হয় আৰু সিদ্ধা ক্রিয়া বিলাকেই কৃদন্ত শব্দ।

(১) যি বোৰ কৃদন্ত শব্দ বিশেষণৰ দৰে ব্যৱহৃত হয় তাক অন্বয় কৰাত সাধাৰণ বা পাঁচনী, কাক বিশেষ কৰে আৰু সকৰ্ম্মক ধাতুৰ পৰা হলে তাৰ কৰ্ম্ম পদো দেখাব লাগে।

(২) সংজ্ঞা শব্দৰ দৰে ব্যৱহৃত হোৱা কৃদন্ত পদক তাৰ দৰেই অন্বয় কৰিব লাগে, আৰু সকৰ্ম্মক ধাতুৰ পৰা হলে তাৰ কৰ্ম্মকাৰকো দেখাব লাগে।

(৩) সিদ্ধা ক্রিয়াক অন্বয় কৰাত সাধাৰণ বা পাঁচনী, সকৰ্ম্মক বা অকৰ্ম্মক, সকৰ্ম্মক হলে তাৰ কৰ্ম্ম, আৰু কোন কৰ্ত্তাৰে অন্বিত তাকে কৰ লাগে।

১৩। নাম ধাতু অন্বয় কৰাত সাধাৰণ বা পাঁচনী, সকৰ্ম্মক বা অকৰ্ম্মক, বিভক্তি, কাৰক, আৰু সকৰ্ম্মক ধাতুৰ পৰা হলে তাৰ কৰ্ম্ম কাৰকো দেখাব লাগে।

১৪। উদাহৰণ স্বৰূপে তলত বাক্য এটা অন্বয় কৰা হল :—

দশৰথৰ পুতেক ৰামচন্দ্রে পিতাকৰ আদেশ পালি সীতা আৰু লক্ষ্মণে সৈতে বনলৈ গৈছিল আৰু তাৰ পৰা সীতাক ৰাৱণে হৰিছিল

(১) দশৰথৰ :—বিশেষ সংজ্ঞা শব্দ, পুংলিঙ্গ, ষষ্ঠী বিভক্তি, একবচন, তৃতীয়পুৰুষ, আৰু 'পুতেক' সম্বন্ধী পদৰ সম্বন্ধ কাৰক।

(২) পুতেক :—সাধাৰণ সংজ্ঞাপদ, পুংলিঙ্গ, প্ৰথমা বিভক্তি, একবচন, তৃতীয় পুৰুষ, আৰু 'ৰামচন্দ্ৰে' কৰ্ত্তা কাৰকৰ সমকৰ্ত্তা কাৰক।

(৩) ৰামচন্দ্ৰে :—বিশেষ সংজ্ঞা পদ, পুংলিঙ্গ, প্ৰথমা বিভক্তি, একবচন, তৃতীয় পুৰুষ, কৰ্ত্তাকাৰক, আৰু 'পালি' আৰু 'গৈছিল' ক্ৰিয়াৰে সৈতে অন্বিত।

(৪) পিতাকৰ :—সাধাৰণ সংজ্ঞাপদ, পুংলিঙ্গ, ষষ্ঠী বিভক্তি, এক বচন, তৃতীয় পুৰুষ, আৰু 'আদেশ' সম্বন্ধী পদৰ সম্বন্ধ কাৰক।

(৫) আদেশ :—সাধাৰণ সংজ্ঞা শব্দ, ক্লীবলিঙ্গ, দ্বিতীয়া বিভক্তি, একবচন, তৃতীয় পুৰুষ, কৰ্ম্মকাৰক, আৰু 'পালি' ক্ৰিয়াৰ কৰ্ম্ম।

(৬) পালি :—সকৰ্ম্মক সিদ্ধাক্ৰিয়া, কৰ্ত্তৃবাচ্য, ইয়াৰ কৰ্ত্তা 'ৰামচন্দ্ৰে' আৰু কৰ্ম্ম 'আদেশ'।

(৭) সীতা :—বিশেষ সংজ্ঞা পদ, স্ত্ৰীলিঙ্গ, তৃতীয়া বিভক্তি, এক বচন, তৃতীয় পুৰুষ, আৰু 'সৈতে' কথাৰ যোগে কৰণকাৰক হৈছে।

(৮) আৰু :—যোজক অব্যয় পদ।

(৯) লক্ষ্মণে :—বিশেষ সংজ্ঞা পদ, পুংলিঙ্গ, তৃতীয়া বিভক্তি, এক বচন, তৃতীয় পুৰুষ, আৰু 'সৈতে' কথাৰ যোগত কৰণ কাৰক।

(১০) সৈতে :—আনুষঙ্গিক অব্যয় পদ।

(১১) বনলৈ :—সাধাৰণ সংজ্ঞা শব্দ, ক্লীবলিঙ্গ, চতুৰ্থী বিভক্তি, এক বচন, তৃতীয় পুৰুষ আৰু সম্প্ৰদান কাৰক।

(১২) গৈছিল :—সাধাৰণ সাধ্য ক্ৰিয়া, অকৰ্ম্মক, কৰ্ত্তৃবাচ্য, এক বচন, তৃতীয় পুৰুষ, অপূৰ্ণ ভূত কাল আৰু এই ক্ৰিয়াৰ কৰ্ত্তা 'ৰামচন্দ্ৰ'।

( ১ ) আৰু :—যোজক অব্যয়।

( ১৪ ) তৰ পৰা :—স্থান বোধক সৰ্ব্বনাম, ক্লীৱলিঙ্গ, পঞ্চমী বিভক্তি, একবচন, তৃতীয় পুৰুষ আৰু অপাদান কাৰক।

( ১৫ ) ৰাৱণে :—বিশেষ সংজ্ঞাশব্দ, পুংলিঙ্গ, প্ৰথমা বিভক্তি, এক-বচন, তৃতীয় পুৰুষ, কৰ্ত্তাকাৰক আৰু হৰিছিল ক্ৰিয়াৰ কৰ্ত্তা।

( ১৬ ) সীতাক : বিশেষ সংজ্ঞা শব্দ, স্ত্ৰীলিঙ্গ, দ্বিতীয়া বিভক্তি, একবচন, তৃতীয় পুৰুষ, কৰ্ম্মকাৰক আৰু 'হৰিছিল' ক্ৰিয়াৰ কৰ্ম্ম।

( ১৭ ) হৰিছিল :—সাধাৰণ সাধ্য ক্ৰিয়া, সকৰ্ম্মক, কৰ্ত্তৃবাচ্য, একবচন, তৃতীয় পুৰুষ অপূৰ্ণভূত কাল, ইয়াৰ কৰ্ত্তা ৰাৱণ আৰু কৰ্ম্ম 'সীতাক'।

## কুট বা চিহ্ন প্ৰকৰণ।

পঢ়া কথা ভাল শুনা আৰু ভালকৈ বুজিপোৱা হবৰ নিমিত্তে পঢ়োঁতে কত ৰৈ পঢ়িব লাগে, তাৰ ঠাই বুজাবলৈ কেত বোৰ কুট বা চিনৰ ব্যৱহাৰ কৰা যায়। সিহঁতৰ নাম আৰু ব্যৱহাৰৰ ঠাই তলত দেখুৱা হল।

( , ) এই কুটৰ নাম 'লঘুযতি' বা 'কমা'। এক গনোঁতে যিমান সময় লাগে, এই কুট পালে সিমান সময় ৰব লাগে। যেনে :—ৰাম, হৰি আৰু গোপাল আহিছিল, গা ধুইছিল আৰু ভাত খাইছিল।

( ; )—এই কুটৰ নাম 'গুৰু যতি' বা চেমিকোলন'। এক, দুই গনোঁতে যিমান সময় লাগে, এই চিনত সিমান সময় ৰব লাগে। যেনে :—ধেমালিতো মিছা নকবা ; কিয়নো মিছলীয়াই কেতিয়াবা সঁচা কলেও তাক কোনেও নপতিয়ায়।

( । )—এই কুটৰ নাম 'ছেদ' বা 'ডাঁৰি'। সম্পূৰ্ণ বাক্যৰ পিচত এই চিনৰ ব্যৱহাৰ কৰা যায়। যেনে :—মই কালি আহিছোঁ। কিন্তু পদ্যত শেহ শাৰীৰ পিচত এই কুট দুবাৰকৈ দিয়। যেনে :—

অহে মোৰ প্ৰিয় লৰা উপদেশ ধৰা।
কায়-মনো-বাক্যে তুমি বিদ্যা শিক্ষা কৰা॥

(?)—এই কুটৰ নাম 'প্ৰশ্ন বোধক' চিহ্ন। কোনো কথা জানিবলৈ সুধিলে তাৰ পিচত এই চিন ব্যৱহৃত হয়। যেনে :—তুমি কেতিয়া আহিলা? মই কেনেকৈ যাওঁ? ইত্যাদি।

(!)—এই কুটৰ নাম 'ভাৱবোধক' চিহ্ন। মনৰ দুঃখ, খেদ, বিস্ময় আদি ভাব প্ৰকাশ কৰাত নাইবা সম্বোধন কৰা কথাৰ শেহত এই চিন দিয়া যায়। যেনে :—ৰাম ৰাম! ইয়াত থাকিবই নোৱাৰি! তই ইমান দুষ্ট! হেৰা বোপাটি! ইত্যাদি।

(')—এই কুটৰ নাম উৰ্দ্ধযতি বা 'উৰ্দ্ধকমা'। শব্দৰ কোনো আখৰ লুকাই থাকিলে এই চিনৰ ব্যৱহাৰ কৰা হয়। যেনে :—বা' মাৰলি (বায়ু মাৰলি); ইত্যাদি।

(' ')—এই কুটৰ নাম 'উদ্ধাৰ' চিহ্ন। নিজে লিখা কথাৰ কোনো এটা পদ বা ভাগ বিশেষকৈ বুজাবৰ কাৰণে এই চিনৰ ব্যৱহাৰ কৰা যায়। যেনে :—'মাত্ৰ' কথা কেতিয়াবা ২ ক্ৰিয়া বিশেষণ হয়।

(" ")—এই কুটৰ নাম 'প্ৰক্ষেপ-চিহ্ন' বা 'কোটেচন'। নিজে কোৱা কথাৰ ভিতৰত অন্যৰ কথা বা একো ডাকৰ কথা উক্তি কৰাত এই চিন দিয়া যায়। যেনে :- ৰামে কৈছিল, "পিতাৰ আদেশ পালন কৰিব লৈহে আমি বনবাস খাটিছোঁ।"

[( )]—এই কুটৰ নাম 'বেষ্টন ৰেখা'। বাক্যৰ কোনো পদৰ বিষয়ে বিশেষকৈ দেখুৱাবৰ আৱশ্যক হলে তাক এই চিনৰ মাজত লিখা যায়। যেনে :—তেওঁ বাৰাণসীলৈ (কাশীলৈ) যাব, তিনি জনে (ৰাম, হৰি আৰু গোপালে) ভাত খাবলৈ আহিব।

(—)—এই কুটৰ নাম 'একশেষ' চিহ্ন। এক জাতীয় দুটাপদ লগ

লগাই নিলিখি দিহঁতৰ মাজত বা এটা পদৰ এডোখৰ এশাৰীত আৰু অন্য ডোখৰ তলৰ শাৰীত লিখিব লাগিলে প্ৰথম ডোখৰৰ পাচত এই চিন দিয়া যায়। যেনে ঃ—পিতা-মাতা, ভাই-ভনী ; কৰিবলৈ যা বা।

( } )—এই চিনৰ নাম 'ধেনু ৰেখা'। বাঁও ফালে লিখা ভালেমান কথাৰ বাবে সোঁ ফালে লিখা অলপ কথাই খটা বা সোঁ ফালে লিখা ভালেমান কথাৰ বাবে বাওঁ ফালে লিখা অলপ কথাই খটা বুজাবলৈ এই চিন দিয়া যায়। যেনে ঃ—

| | | | |
|---|---|---|---|
| ৰাম, হৰি, গোপাল। | } মোকাম গুৱাহাটী। | বিষয় | { সাহিত্য, পাটীগণিত, ভূগোল। |

( —— )—এই কুটৰ নাম 'অনুক্তি চিহ্ন'। বাক্যত কাৰো নাম আদি প্ৰকাশ কৰিবলৈ ইচ্ছা নহলে তাত এই চিন ব্যৱহাৰ কৰে। যেনে ঃ—শ্ৰীযুক্ত——যোৱাৰে পৰা মোৰ জ্বৰ হৈছে।

( * * * )—এই কুটৰ নাম 'লোপ চিহ্ন'। ৰচনাৰ মাজত কোনো খণ্ড এৰি দিলে তাত এই চিন দিয়ে। যেনে ঃ—ৰামে সুগ্ৰীৱৰ লগত * * * ৰজা পাতিছিল। ইয়াত 'লগত' পদৰ পাচত বন্ধুকৰি আৰু বালিক বধি, শেহত সুগ্ৰীৱক আদি কথা এৰি দিয়া হৈছে।

## ৭। বাক্য-বিন্যাস-প্ৰকৰণ।

১। দুই বা তাতকৈ অধিক পদ একে লগে থাকি সম্পূৰ্ণৰূপে কোনো অৰ্থ প্ৰকাশ কৰিলে তাক বাক্য বোলে। যেনে ঃ—ৰাম বনলৈ গৈছিল।

২। বাক্যৰ এক অংশ।' ম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰিব নোৱাৰা কিছুমান পদক খণ্ড বাক্য বোলে। যেনে ঃ—ৰাম ঘৰলৈ আহি।

ইয়াত 'ৰাম ঘৰলৈ আহি' কি কৰিলে একো নিশ্চয় নহল। এতেকে ই খণ্ড বাক্য।

৩। বাক্যৰ পোন প্ৰথমে সম্বোধন পদ বহুৱাব লাগে। যেনে:— হেৰা বোপাটি! তুমি যেথোন আমি বহুত দিন আমাৰ ফালে অহাই নাই।

৪। বাক্যৰ আদিতে কৰ্ত্তাপদ আৰু সম শেহত ক্ৰিয়াপদ বহে। যেনে:—তেওঁ ভাত খাই উঠিছে। কোনো কেনো ঠাইত এই নিয়ম নাখাটেও। যেনে: মোৰ কিতাপখনো তেওঁ লৈছিল।

৫। ক্ৰিয়াৰ আগত কৰ্ম্মপদ বহুৱাব লাগে। যেনে:—তেওঁ ভাত খালে। ক্ৰিয়া দ্বিকৰ্ম্মক হলে ক্ৰিয়াৰ আগত মুখ্য কৰ্ম্ম আৰু মুখ্য কৰ্ম্মৰ আগত গৌণ-কৰ্ম্ম থাকে। যেনে:--অধ্যাপকে ছাত্ৰক পাঠ বুজাইছে।

৬। কৰণকাৰক থাকিলে তাক কৰ্ম্মৰ আগত বহুৱাব লাগে; যেনে:—চিকাৰীয়ে জালেৰে পহু ধৰিছিল।

৭। সম্প্ৰদানকাৰক কৰ্ত্তাৰ পাচত আৰু কৰ্ম্মৰ আগত থাকে। যেনে:—যদুনাথে ঘৰলৈ ধন পঠালে।

৮। অপাদান আৰু অধিকৰণকাৰক কৰ্ত্তাপদৰ আগত আৰু কেতিয়াবা পাচতো থাকে। যেনে:—নৈৰপৰা পানী আনা, কলহত পানী নাই, ৰাম ঘৰৰ পৰা ওলাইছে, কালি তুমি ঘৰত নাছিলা।

৯। সম্বন্ধীয় পদৰ আগত সম্বন্ধকাৰক বহে। যেনে:—ৰজাৰ ঘৰ, গছৰ পাত।

১০। প্ৰথম, দ্বিতীয় আৰু তৃতীয় পুৰুষৰ তিনিটা কৰ্ত্তাই একে ক্ৰিয়া কৰা অৰ্থ হলে আদিতে তৃতীয়, তাৰ পিচত দ্বিতীয় আৰু তাৰ পিচত প্ৰথম পুৰুষৰ কৰ্ত্তাপদ বহে আৰু ক্ৰিয়াটো প্ৰথম পুৰুষৰ হয়। যেনে:—সি, তুমি আৰু মই আহিছিলোঁ।

(১) প্ৰথম আৰু দ্বিতীয় পুৰুষৰ দুটা কৰ্ত্তাই একে ক্ৰিয়া কৰা অৰ্থ হলে আদিতে দ্বিতীয় পুৰুষৰ কৰ্ত্তা আৰু ক্ৰিয়াটো প্ৰথম পুৰুষৰ, আৰু দ্বিতীয় আৰু তৃতীয় পুৰুষৰ দুটা কৰ্ত্তাই একে ক্ৰিয়া কৰা অৰ্থ হলে আদিতে তৃতীয় পুৰুষৰ কৰ্ত্তা আৰু ক্ৰিয়াটো দ্বিতীয় পুৰুষৰ হয়। যেনেঃ—তুমি আৰু মই যাম, ৰাম আৰু তুমি আহিবা।

১১। যোৰ বাক্যৰ আদিৰটোত 'যি' শব্দৰ কোনো এটা পদ থাকিলে পিচৰটোত 'সি' বা 'তেওঁ' শব্দৰ পদ এটা ব্যৱহাৰ কৰা যায়। যেনেঃ—যাকে দেখিছিলোঁ তাকে সুধিছিলোঁ, যাৰ ঘৰত বহিছিল তেওঁৰ নাম গোপাল।

১২। যোৰ বাক্যৰ আদিৰটোত যেনে বিশেষণ সৰ্ব্বনাম থাকিলে দ্বিতীয়টোত তেনে বিশেষণ সৰ্ব্বনাম ব্যৱহাৰ কৰা যায়। যেনেঃ— যেনে কুকুৰ তেনে টাঙ্গোন। পিচৰ বাক্যটোত কদাচিত সি ব্যক্তিবোধক সৰ্ব্বনামৰ কৰ্ম্মকাৰক এটা বহে। যেনেঃ—তোমাৰ চিঠি পাই মই যেনে সুখ পালোঁ কথাৰে তাক প্ৰকাশ কৰিব নোৱাৰোঁ।

১৩। যোৰ বাক্যত আদিৰটোত যিমান কথা থাকিলে পিচৰটোত সিমান কথা ব্যৱহাৰ কৰে। যেনেঃ—যিমান লাগে সিমান লব পাৰা।

১৪। যোৰ বাক্যত আদিৰটোত 'যদি' কথা থাকিলে পিচৰটোত তেন্তে কথা ব্যৱহাৰ কৰে। যেনেঃ—যদি তুমি আহিলাহেঁতেন তেন্তে মই গলোঁহেঁতেন। কদাচিত তেন্তে কথাৰ ব্যৱহাৰ ন কৰে। যেনেঃ— সকলো মানুহ যদি সমানে ধনী হলহেঁতেন কোনে কাৰ আশা ৰাখিলে— হেঁতেন ?

১৫। এটা বাক্যত দুটা 'ন' থাকিলে 'ন' নথকাৰ দৰে অৰ্থ হয়। যেনেঃ—তুমি নাহিলে নহয় অৰ্থাৎ তুমি আহিব লাগে।

১৬। বাক্য দুবিধ গদ্য আৰু পদ্য। ছন্দ থকা বাক্যক পদ্য আৰু ছন্দ নথকা বাক্যক গদ্য বোলে। যেনে :—

(১) গদ্য :—হেৰা, মোৰ মৰমৰ লৰাহঁত! তোমালোকে যিটো কাম এবাৰত কৰিব নোৱাৰা পুনঃ পুনঃ যত্ন কৰিলে শেহত নিশ্চয় তাত কৃতকাৰ্য্য হবা।

(২) পদ্য :—পুনৰ ২ চেষ্টা সবাত সলনি।
যতনে পালিবা সদা মনে সাৰ মানি॥
প্ৰথম বাৰত যিটো সাধিব নোৱাৰা।
পুনৰায় চেষ্টা কৰা নিৰাশ নহবা॥

১৭। গদ্য বাক্যত উক্ত নিয়ম মতে পদ বোৰ বহে; কিন্তু পদ্য বাক্যত ছন্দ মিলাবৰ নিমিত্তে পদ বিলাকৰ ঠাই প্ৰায়ে লৰে, অনেক সময়ত কাৰকৰ চিন, আৱশ্যকীয় পদ আদি লুকাই থাকে, আৰু মাতৰ ঠেলাও লৰ হয় (১)।

---

(১) বাক্যৰ লক্ষণা থাকে। বাক্যত থকা শব্দবোৰ পোন অৰ্থ প্ৰকাশ নহৈ বেলেগ ভাৱ বুজোৱাক বা মনৰ ভাৱবোৰকে আকৃতি থকা আৰু জীয়া জন্তুৰ দৰে ব্যক্ত কৰাক লক্ষণা বোলে। অসমীয়া ভাষাত ঘাইকৈ সাত প্ৰকাৰ লক্ষণাৰ চলিত দেখা যায়। যেনে :— উপলক্ষণা, তটাহলক্ষণা, ঔপচাৰিকলক্ষণা, বিপৰীতলক্ষণা, স্বৰূপলক্ষণা, প্ৰশ্নলক্ষণা আৰু অত্যুক্তিলক্ষণা।

যিবোৰ পদৰ কেইটামান নিয়মিত আখৰেৰে সম্বন্ধ থাকে, আৰু যাক শুনিলে কাণত ভাল লাগে আৰু মনত তৃপ্তি ওপজে তাক ছন্দ বোলে। অতি পুৰণি কালৰ পৰা অসমীয়া ভাষাত পদ, দুলৰী, ছবি, লেছাৰী, ঝুনা, যুমুৰী আৰু কুসুমমালা ছন্দৰ ব্যৱহাৰ আছে। এইবোৰ ছন্দত বাজে আজি কালি অমিত্ৰাক্ষৰ, পৰ্য্যায়সম আদি অভিনৱ ছন্দ বহুত ওলাইছে।

বেলেগ বেলেগ ভাৱৰ কবিতা পঢ়িলে মনত যি বেলেগ বেলেগ ভাৱৰ উদয় হয়, তাক কবিতাৰ ৰস বোলে। কবিতাৰ ৰস মুঠতে ন বিধ। যেনে :— শৃঙ্গাৰ, বীৰ, কৰুণ, অদ্ভুত, হাস্য, ভয়ানক, বিভৎস, ৰৌদ্ৰ আৰু শান্ত।

## ৮। বৰ্ণবিন্যাস প্ৰকৰণ।

### (১) আখৰ।

১। যিবিলাক চিনেৰে ভাষা লিখা যায়, তাক আখৰ, অক্ষৰ বা বৰ্ণ বোলে।

২। অসমীয়া ভাষাত পঞ্চাশটা আখৰ আছে। যেনে:—অ আ—ও ঔ, ক খ—হ ক্ষ ং ঃ। সমুদায় আখৰক বৰ্ণমালা বোলে।

৩। আখৰ বোৰ দুভাগ:—স্বৰ আৰু ব্যঞ্জন।

### (২) স্বৰবৰ্ণ।

৪। আন বৰ্ণৰ সহায় নোলোৱাকৈ যি বোৰ আখৰ নিজে উচ্চাৰিত হয়, তাক স্বৰবৰ্ণ বোলে (১)। 'অ আ ই ঈ উ ঊ ঋ ৠ ঌ ৡ এ ঐ ও ঔ" এই চৈধ্যটা স্বৰবৰ্ণ।

৫। উচ্চাৰণ অনুসাৰে স্বৰবৰ্ণ বিলাকক দুভাগ কৰা যায়:—হ্ৰস্ব আৰু দীৰ্ঘ।

---

১। 'অ' ৰ পৰা 'ঋ' লৈকে আখৰ বোৰৰ একে বিধৰ দুটা আখৰক সমান বৰ্ণ বা স্বৰ্ণ বোলে। যেনে:—অ আ, অ অ, আ অ, আ আ, ই ই, ই ঈ, ঈ ই, ঈ ঈ, উ ঊ; ইত্যাদি।

২। 'অ আ' ক অবৰ্ণ, 'ই ঈ' ক ইবৰ্ণ, 'উ ঊ' ক উবৰ্ণ, আৰু 'ঋ ৠ' ক ঋবৰ্ণ বোলে।

৩। 'ই ঈ' ৰ ঠাইত 'এ,' 'উ ঊ' ৰ ঠাইত 'ও,' আৰু 'ঋ ৠ' ৰ ঠাইত 'অৰ্' হোৱাক গুণ বোলে।

৪। 'অ আ' ৰ ঠাইত 'আ,' 'ই ঈএ'ৰ ঠাইত 'ঐ,' 'উ ঊ ও'ৰ ঠাইত 'ঔ,' আৰু 'ঋ' ৰ ঠাইত 'আৰ্' হোৱাক বৃদ্ধি বোলে।

(১) 'অ, ই, উ, ঋ, ঌ' এই পাঁচোটা স্বৰ উচ্চাৰণ কৰোঁতে অলপ সময় লাগে দেখি ইহঁতক হ্ৰস্ব স্বৰ বোলে।

(২) 'আ ঈ ঊ ৠ ৡ এ ঐ ও ঔ' এই নটা স্বৰ উচ্চাৰণ কৰোঁতে বেচি সময় লাগে দেখি ইহঁতক দীৰ্ঘ স্বৰ বোলে।

৬। 'অ ই উ ঋ ঌ এ ঐ ও ঔ' এই নটা স্বৰ দূৰৈৰ পৰা মাতোঁতে, গীত গাওঁতে বা কান্দোঁতে ৰৱ দীঘলকৈ উচ্চাৰণ কৰিব লাগে দেখি তেতিয়া ইহঁতক প্লুত স্বৰ বোলা যায়।

৭। হ্ৰস্ব স্বৰ উচ্চাৰণত যিমান সময় লাগে ব্যঞ্জন বৰ্ণত তাৰ আধা, দীৰ্ঘ স্বৰত দুগুণ, আৰু প্লুত স্বৰত তিনি গুণ সময় লাগে।

## (৩) ব্যঞ্জন বৰ্ণ।

৮। যিবিলাক আখৰ স্বৰৰ সহায় নললে উচ্চাৰণ কৰিব নোৱাৰি তাক ব্যঞ্জন বৰ্ণ বোলে। 'ক খ গ ঘ ঙ চ ছ জ ঝ ঞ ট ঠ ড ঢ ণ ত থ দ ধ ন প ফ ব ভ ম য ৰ ল ৱ শ ষ হ ক্ষ ং ঃ' এই ছয়ত্ৰিশটা ব্যঞ্জন বৰ্ণ।

৯। ব্যঞ্জন বৰ্ণ বিলাকৰ তিনিটা ভাগ আছে। যেনে:--বৰ্গ্য বা স্পৰ্শ বৰ্ণ, অন্তঃস্থ বৰ্ণ, আৰু উষ্ম বৰ্ণ।

(১) 'ক'ৰ পৰা 'ম'-লৈকে এই পঁচিশটা [illegible]ৰক বৰ্গ্য বা স্পৰ্শ বৰ্ণ বোলে। স্পৰ্শ বৰ্ণ বিলাক আকৌ পাঁচ ভাগে বিভক্ত আৰু তাৰ প্ৰতি ভাগক এক এক বৰ্গ বোলে। যেনে:—

| | | | | | | |
|---|---|---|---|---|---|---|
| ক | খ | গ | ঘ | ঙ—এই | পাঁচোটা | ক বৰ্গ |
| চ | ছ | জ | ঝ | ঞ—" | " | চ বৰ্গ |
| ট | ঠ | ড | ঢ | ণ—" | " | ট বৰ্গ |
| ত | থ | দ | ধ | ন—" | " | ত বৰ্গ |
| প | ফ | ব | ভ | ম—" | " | প বৰ্গ |

(২) প্ৰতি বৰ্গৰ প্ৰথম, তৃতীয়, আৰু পঞ্চম বৰ্ণৰ উচ্চাৰণ কোমল দেখি ইহঁতক অল্পপ্ৰাণ, আৰু দ্বিতীয় আৰু চতুৰ্থ বৰ্ণৰ উচ্চাৰণ কঠিন দেখি ইহঁতক মহাপ্ৰাণ বৰ্ণ বোলে।

(২) 'য ৰ ল ৱ, এই চাৰিটা আখৰ স্পৰ্শ আৰু উষ্ম বৰ্ণৰ মাজত আছে বুলি ইহঁতক অন্তঃস্থ বৰ্ণ বোলে।

(৩) 'শ ষ স হ' এই চাৰিটা আখৰ উচ্চাৰণ কৰোঁতে মুখৰ বায়ু অলপ তপত হয় বুলি ইহঁতক উষ্ম বৰ্ণ বোলে।

(৪) উপবৰ্ণ।

১০। ওপৰত কোৱা স্বৰ আৰু ব্যঞ্জন বৰ্ণত বাজে আৰু কেইটা-মান আখৰ আছে; সিহঁতক উপবৰ্ণ বুলিব পাৰি। কাৰণ সিহঁত নিজে কোনো আখৰ নহয়, অন্য আখৰৰ ৰূপান্তৰ মাত্ৰ:—

---

(৫) উচ্চাৰণ ঠাই অনুসাৰে আখৰ বোৰৰ বেলেগ বেলেগ নাম।

১। 'অ (১) আ হ ক খ গ ঘ ঙ' (২) এই কেইটা আখৰ কণ্ঠৰ পৰা উচ্চাৰণ হয় দেখি ইহঁতক কণ্ঠ্য বৰ্ণ বোলে।

২। 'ই ঈ চ ছ জ ঝ ঞ (৩) য শ' এই কেইটা আখৰ তালুৰ পৰা উচ্চাৰণ হয় দেখি ইহঁতক তালব্য বৰ্ণ বোলে।

৩। 'ঋ ৠ ট ঠ ড ঢ ণ ৰ ষ' এই কেইটা আখৰ মুৰৰ পৰা উচ্চাৰণ হয় দেখি ইহঁতক মূৰ্দ্ধণ্য বৰ্ণ বোলে।

---

(১) 'অ' কেতিয়াবা মুৰৰ পৰাও উচ্চাৰণ হয়; যেনে:—ম'ৰা চৰাই।

(২) 'ঙ' উকাৰ বা ওকাৰৰ পাচত থাকিলে 'ৱ' ৰ দৰে উচ্চাৰণ হয়। যেনে:—কোঙৰ, কুঙৰী।

(৩) 'ঞ' কোনো কথাৰ মাজত অকলে থাকিলে একেলগে মতা 'ইয়'ৰ দৰে উচ্চাৰণ হয়। যেনে:—ভূঞা (ভুইয়া)।

যেনে—ড়, ঢ়, য়, ( ্ ) হলন্ত চিন, ঁ চন্দ্ৰবিন্দু, আৰু ৺ ঈশ্বৰ চিন।

(১) 'ড়' ড আখৰৰ ৰূপান্তৰ। 'ড' কথাৰ শেহত থাকিলে প্ৰায় কঠিন 'ৰ'-ৰ নিচিনাকৈ উচ্চাৰণ কৰিব লাগে আৰু এই মাত বুজিবৰ কাৰণ তলত এটা ফুট দিয়া যায়।

যেনে:—গড়।

(২) 'ঢ়' ঢ আখৰৰ ৰূপান্তৰ মাত্ৰ। কথাৰ মাজত বা শেহত 'ঢ' থাকিলে তাক 'ঢ়'ৰ নিচিনাকৈ মাতিব লাগে আৰু এই মাত বুজিবৰ কাৰণ তলত এটা ফুট দিয়া যায়।

যেনে:—বুঢ়া, বাঢ়নী।

---

৪। 'ৎ ৯ ত থ দ ধ ন ল স' এই কেইটা আখৰ দাঁতৰ পৰা উচ্চাৰণ হয় দেখি ইইঁতক দন্ত্যবৰ্ণ বোলে।

৫। 'উ ঊ প ফ ব ভ ম' এই কেইটা আখৰ ওঁঠৰ পৰা উচ্চাৰণ হয় দেখি ইহঁতক ওষ্ঠ্যবৰ্ণ বোলে।

৬। 'এ ঐ' এই দুই আখৰৰ উচ্চাৰণ ঠাই কণ্ঠ আৰু তালু দেখি ইহঁত দুটাক কণ্ঠ্য তালব্য বৰ্ণ বোলে।

৭। 'ও ঔ' এই দুই আখৰৰ উচ্চাৰণ ঠাই কণ্ঠ আৰু ওষ্ঠ দেখি ইহঁত দুটাক কণ্ঠৌষ্ঠ্যবৰ্ণ বোলে।

৮। অন্তঃস্থ 'ৱ'-ৰ উচ্চাৰণ ঠাই দন্ত আৰু ওষ্ঠ দেখি ইয়াক দন্তৌষ্ঠ্যবৰ্ণ বোলে।

৯। 'ং ঙ ঞ ণ ন ম' এই কেইটা আখৰ নাকেৰে উচ্চাৰণ হয় বুলি ইহঁতক অনুনাসিকবৰ্ণও বোলে।

১০। বিসৰ্গৰ উচ্চাৰণৰ বেলেগ ঠাই নাই। যি স্বৰৰ পাচত বিসৰ্গ থাকে, সেই স্বৰৰ উচ্চাৰণ ঠাইয়ে বিসৰ্গৰ উচ্চাৰণ ঠাই।

৩। 'য়' য আখৰৰ ৰূপান্তৰ মাত্ৰ। কথাৰ মাজত বা শেহত য অকলে থাকিলে একে লগে দুটিকৈ মতা 'ই অ' ৰ দৰে মাতিব লাগে আৰু এই মাত বুজিবৰ কাৰণ তলত এটা ফুট দিয়া যায়। যেনে: দয়া, নায়ক ইত্যাদি।

৪। (্) এই চিনক হলন্ত বা ব্যঞ্জন চিন বোলে। এই চিন আখৰৰ তলত থাকিলে তাত স্বৰ আখৰ যোগ নথকা বুজায়। যেনে:- কোন্, বাক্; ইত্যাদি।

৫। 'ঁ' এই চিনক চন্দ্ৰবিন্দু বা অনুনাসিক চিন বোলে। এই চিন 'ং ঙ ঞ ণ ন ম' এই কেইটা আখৰৰ ৰূপান্তৰ। যি আখৰৰ ওপৰত এই চিন দিয়া যায়, সি তাক নাকেৰে উচ্চাৰণ কৰায়। যেনে:-পাঁচ, বাঁহ; ইত্যাদি।

৬। '৺' এই চিনক ঈশ্বৰ চিন বোলে। এই চিন পৰমেশ্বৰ দেৱতা, তীৰ্থ, গুৰুজন আৰু মৰা মানুহৰ নামৰ আগত ব্যৱহাৰ কৰা যায়। যেনে:—৺শ্ৰীশ্ৰীদুৰ্গা, ৺কাশীধাম, ৺হেমচন্দ্ৰ বৰুৱা; ইত্যাদি (১)।

## (৩) ব্যঞ্জনত স্বৰযোগ।

১১। আগত বা পাচত স্বৰ নথকা ব্যঞ্জন বৰ্ণৰ উচ্চাৰণ নহয়, এই দেখি আদিস্বৰ অকাৰ যোগ দি ব্যঞ্জন বৰ্ণবোৰক মতা যায়। যেনে:— ক্+অ=ক, খ্+অ=খ, গ্+অ=গ; ইত্যাদি (২)।

(১) ক্ষ, ং আৰু ঃ কোনো স্বতন্ত্ৰ আখৰ নহয়। ক আৰু ষ লগলাগি ক্ষ হয়, আৰু ং—'ন্' আৰু 'ম্' ৰ, আৰু ঃ—'ৰ্' আৰু 'স্'ৰ ৰূপান্তৰ মাথোন। আগৰ পৰা চলি আহিছে বুলি সিহঁতক বৰ্ণমালাৰ লগত লিখা হৈছে।

(২) 'ত' আখৰত ব্যঞ্জন চিন দিলে (ৎ) এনে আকৃতি লয়; কিন্তু ঠাই বিশেষে ইয়ো এটা স্বতন্ত্ৰ উপবৰ্ণ বুলি বোধ হয়।

১২। স্বৰবৰ্ণে ব্যঞ্জন বৰ্ণেৰে যুক্ত হলে অন্য আকাৰ লয়; কিন্তু অকাৰ যুক্ত হলে তাৰ একো চিনেই নেথাকে। যেনে:—

| | |
|---|---|
| ক্+অ=ক | ক্+ঋ=কৃ (১) |
| ক্+আ=কা | ক্+এ=কে |
| ক্+ই=কি | ক্+ঐ=কৈ |
| ক্+ঈ=কী | ক্+ও=কো |
| ক্+উ=কু | ক্+ঔ=কৌ |
| ক্+ঊ=কূ। | |

১৩। 'উ ঊ' আৰু 'ঋ' কোনো কোনো ব্যঞ্জন বৰ্ণেৰে সৈতে যুক্ত হলে এই আকৃতিৰো লৰচৰ হয়। যেনে:—

গ্+উ=গু, ৰ্+উ=ৰু, শ্+উ=শু, হ্+উ=হু, হ্+ঋ=হৃ।

## (৭) সংযোগী আখৰ।

১৪। দুই বা তাতকৈ অধিক ব্যঞ্জন বৰ্ণৰ মাজত কোনো স্বৰ নেথাকিলে, সেই ব্যঞ্জন বৰ্ণ বোৰ ইটোৱে সিটোৰ লগ লাগে, ইয়াকে সংযোগী আখৰ বা যুক্তাক্ষৰ বোলে। সংযোগী আখৰৰ আগৰ বৰ্ণ ওপৰত আৰু পাচৰ বৰ্ণ তলত বহে। যেনে:—স্+ক=স্ক, ণ্+ট=ণ্ট, ম্+ভ=ম্ভ; ইত্যাদি।

১৫। কিছুমান ব্যঞ্জন বৰ্ণ কোনো কোনো ব্যঞ্জনবৰ্ণৰ লগত যুক্ত হলে তাৰ আকৃতি অলপ লৰ-চৰ হয়। যেনে:—

ক্+ৰ=ক্ৰ, স্+থ=স্থ, গ্+ধ=গ্ধ, ন্+ধ=ন্ধ,
ত্+ৰ=ত্ৰ, ষ্+ণ=ষ্ণ, ক্+ত=ক্ত, জ্+ঞ=জ্ঞ,

(১)। 'ঋ ৠ, ঌ' অসমীয়া ভাষাত এই তিনিটা আখৰৰ একো সকাম নাই।

ট্+ট=ট্ট, ব্+ধ=ব্ধ, ঙ্+গ=ঙ্গ, ন্+ত্+উ=ন্তু,
ত্+থ=ত্থ, হ্+ম=হ্ম, হ্+ন=হ্ন, দ্+ৰ্+উ=দ্ৰু,
ন্+থ=ন্থ, ক্+ষ=ক্ষ, দ্+ধ=দ্ধ, দ্+ৰ্+উ=দ্ৰু,
শ্+ৰ্+উ=শ্ৰু, স্+ত্+উ=স্তু, ত্+ৰ্+উ=ত্ৰু,
শ্+ৰ্+উ=শ্ৰু, ত্+ত্+ব=ত্ত্ব, ইত্যাদি।

১৬। ব্যঞ্জন বৰ্ণৰ লগত—য, ব, ল, ৰ, ন, ণ, আৰু ম যোগ হলে তেতিয়া তাক ফলা বোলে। যেনে ঃ—য ফলা, ৰ ফলা, ইত্যাদি।

(১) 'হ' ৰ লগত 'য' যোগ কৰিলে 'হ'ৰ উচ্চাৰণ 'জ'ৰ দৰে হয়। যেনে ঃ—সহ্য (স্+জ্+য=সজ্য) ইত্যাদি।

(২) 'ৱ' কোনো ব্যঞ্জন বৰ্ণৰ পাচত যোগ কৰিলে সেই আখৰটো দুটাৰ দৰে উচ্চাৰিত হয়। যেনে ঃ—অন্বয় (অন্নয়) ইত্যাদি।

(৩) কোনো ব্যঞ্জন বৰ্ণৰ পাচত 'ম' যোগ কৰিলে সেই আখৰত 'ৰ' দি (ँ) চন্দ্ৰবিন্দু থকাৰ দৰে উচ্চাৰিত হয়। যেনে ঃ—ভীষ্ম (ভীষঁ) ইত্যাদি।

১৭। শ, ষ, বা স কোনো ব্যঞ্জন বৰ্ণৰ আগত থাকি তাৰে সৈতে যুক্ত হলে কোমল 'ছ' ৰ নিচিনাকৈ উচ্চাৰণ কৰিব লাগে। যেনে—আশ্ৰয় (আছ্ৰয়), ষষ্ঠ (ষছ ) ইত্যাদি।

(ক) স, 'ৎ'ৰ পাচত থাকিলে 'ছ'ৰ দৰে উচ্চাৰিত হয়। যেনে ঃ—উৎসাহ (উৎছাহ), উৎসৱ (উৎছৱ), ইত্যাদি।

১৮। চ, ছ, জ, ঝ, ইহঁতৰ কোনোটোৰ আগত ঞ থাকি যুক্ত হলে 'ণ' ৰ নিচিনা উচ্চাৰণ হয়। যেনে ঃ—পঞ্জাব (পণ্জাব) ইত্যাদি।

১৯। 'ৰ' কোনো ব্যঞ্জনবৰ্ণৰ আগত থাকি যুক্ত হলে (ˊ) এনে-কুৱা আকৃতি লয়। এই চিনক ৰেফ বুলি মাতে। ৰেফ যুক্ত হলে চ ছ জ ত দ ধ ব ভ ম আৰু য এই কেইটা আখৰ প্ৰায় ঠাইতে দ্বিত্ব

হয় আৰু ছ, ধ আৰু ভ এই তিনটা আখৰ দ্বিত্ব হলে আগৰ দ্বিতীয় বৰ্ণ প্ৰথম আৰু চতুৰ্থ বৰ্ণ তৃতীয় হয়। যেনে অৰ্জ্জুন, মূৰ্চ্ছা, কাৰ্য্য, ধৰ্ম্ম ইত্যাদি।

২০। বঙ্গালি, হিন্দি আদি অৰ্থাৎ সংস্কৃত মুলক ভাষাৰ পৰা যি-বোৰ শব্দ অসমীয়া ভাষালৈ আহিছে সেই বোৰ শব্দত যদি শ, ষ, বা স থাকে তেতিয়া সেই বোৰ শব্দ লিখোঁতে অসমীয়া উচ্চাৰণৰ ফালে নেচাই আৰু সিহঁতৰ সলনি চ বা ছ ব্যৱহাৰ নকৰি মূল আখৰকে লিখিব লাগে; কিন্তু যি বোৰ শব্দ ইংৰাজী, ফাৰ্চী, আৰৱ আদি বিজাতীয় ভাষাৰ পৰা আহিছে, সেই বোৰ উচ্চাৰণৰ ফালে চাই লিখিব লাগে। যেনে:— চাহাৰ, আৰ্চি (ফাৰ্চী); ইত্যাদি।

## (৮) ণত্ব বিধি।

২১। ঋ, ৰ বা ষ-ৰ পাচত থকা দন্ত্য 'ন'ৰ ঠাইত মূৰ্দ্ধন্য 'ণ' হয়। যেনে:—ঋণ, কৰ্ণ, তৃষ্ণা; ইত্যাদি।

২২। ঋ, ৰ বা ষ আৰু ন ৰ মাজত, স্বৰবৰ্ণ, ক বৰ্গ, প বৰ্গ, য ৱ হ বা অনুস্বাৰ থাকিলেও দন্ত্য 'ন' মূৰ্দ্ধন্য 'ণ' হয়। যেনে:—কাৰণ, অৰ্পণ কৃপণ, বৃংহণ; ইত্যাদি।

২৩। ট বৰ্গৰ কোনো আখৰে সৈতে যুক্ত হলে দন্ত্য 'ন' মূৰ্দ্ধন্য 'ণ' হয়। যেনে:—কণ্টক, পিণ্ড; ইত্যাদি।

২৪। ওপৰত দিয়া ণত্ব-বিধিৰ নিয়মবোৰ খাটিলেও স্ত্ৰীলিঙ্গ বুজোৱা দন্ত্য 'নী' মূৰ্দ্ধন্য 'ণী' ন হয়। যেনে:—কুমাৰনী, কমাৰনী; ইত্যাদি।

২৫। কেত বিলাক শব্দত স্বভাৱতে মূৰ্দ্ধন্য 'ণ' ৰ ব্যৱহাৰ কৰা যায়। যেনে:—আপণ, কল্যাণ, কাণ, গণ, বীণা, কোণ।

কঙ্কণ কিঙ্কিণী বাণ পণ পুণ্য লোণ ॥
নিপুণ বিপণি সোণ অণু গুণ ফণী।
গণনা গণিত তূণ বেণু ঘুণ কণী ॥
কণিকা কণাদ মণি শণ ঘোণ বাণি।
বণিক কণিশ স্থাণু শাণ কিণ পাণি ॥ ইত্যাদি

## ণত্ব বিধিৰ কেইটামান বিশেষ নিয়ম।

১। আদি পদত ঋ, ৰ বা ষ আৰু পৰ পদত দন্ত্য 'ন' থাকিলে দন্ত্য 'ন' মূৰ্দ্ধন্য 'ণ' নহয়। যেনে:—দুৰ্নাম, হৰিনাম; ইত্যাদি।

২। ঋ, ৰ বা ষ পাচত থাকিলেও ত বৰ্গযুক্ত দন্ত্য 'ন' মূৰ্দ্ধন্য 'ণ' নহয়। যেনে:—গ্ৰন্থ, ৰন্ধা; ইত্যাদি।

৩। পূৰ্ব্ব, পৰ, অপৰ আদি শব্দৰ পিচত থকা অহ্ন শব্দৰ দন্ত্য 'ন' মূৰ্দ্ধন্য 'ণ' হয়। যেনে:—পূৰ্ব্বাহ্ণ, অপৰাহ্ণ; ইত্যাদি।

৪। পৰ, পাৰ, উত্তৰ, চান্দ্ৰ আৰু নাৰ শব্দৰ পিচত থকা অয়ন শব্দৰ দন্ত্য 'ন' মূৰ্দ্ধন্য 'ণ' হয়। যেনে:—পৰায়ণ, চান্দ্ৰায়ণ, নাৰায়ণ; ইত্যাদি।

৫। প্ৰ, পৰা, পৰি নিৰ্ এই কেইটা উপসৰ্গৰ পিচত থকা নম্, নশ্, নহ্, নদ্, নী, নুদ্, অন্, হন্ এইবোৰ ধাতুৰ দন্ত্য 'ন' মূৰ্দ্ধন্য 'ণ' হয়। যেনে:—পৰিণাম, প্ৰণাম, প্ৰণয়, নিৰ্ণদ, প্ৰাণ, পৰিণয় প্ৰহৰণ; ইত্যাদি।

৬। ধাতুৰ আগত প্ৰ, পৰা, পৰি, নিৰ্-উপসৰ্গ থাকিলে কৃৎ প্ৰত্যয়ৰ দন্ত্য 'ন' মূৰ্দ্ধন্য 'ণ' হয়। যেনে:—প্ৰমাণ, পৰিণাম, নিৰ্ম্মাণ; ইত্যাদি।

## (৯) ষত্ব-বিধি।

২৬। অ আ ভিন্ন স্বৰ, ক বা ৰ-ৰ পাচত থকা দন্ত্য 'স' মূৰ্দ্ধন্য 'ষ' হয়। যেনে :—শ্ৰীচৰণেষু, তুষ্কৰ; ইত্যাদি (১)।

২৭। সাৎ প্ৰত্যয়ৰ দন্ত্য 'স' মূৰ্দ্ধন্য 'ষ' নহয়। যেনে :—অগ্নিসাৎ; ইত্যাদি।

২৮। কেতবিলাক শব্দত স্বভাৱতে মূৰ্দ্ধন্য 'ষ' ব্যৱহাৰ কৰা হয়। যেনে :—

কৃষক পুৰুষ ভাষা বাষ্প ঘোষা বৰ্ষ।
আষাঢ় পাষণ্ড উষা পুষ্প ঈৰ্ষা হৰ্ষ॥
পাষাণ ভীষণ বিষ মেষ বৃষ দোষ।
বিষয় পোষণ তুষ দ্বেষ ভীষ্ম ৰোষ॥ ইত্যাদি।

---

### ষত্ব বিধিৰ কেইটামান বিশেষ নিয়ম।

১। ইকাৰান্ত আৰু উকাৰান্ত উপসৰ্গৰ পাচত থকা সদ, স্থা, সঞ্জ, সিচ্, সিধ, সু, স্তু, স্তম্ভ, সেনি, সো ধাতুৰ দন্ত্য 'স' মূৰ্দ্ধন্য 'ষ' হয় যেনে :—অধিষ্ঠান, অনুষ্ঠিত, নিষেধ, বিষাদ, অভিষেক, অনুষঙ্গ; ইত্যাদি।

২। শাস্ ধাতুৰ দন্ত্য 'স' আৰু বস্ ধাতুৰ ঠাইত উস্ হলে তাত দন্ত্য 'স' মূৰ্দ্ধণ্য 'ষ' হয়। শিষ্ট, উষিত; ইত্যাদি।

৩। সু, বি, নিৰ্, দুৰ্ উপসৰ্গৰ পাচত থকা সম্ ধাতুৰ দন্ত্য 'স' মূৰ্দ্ধন্য 'ষ' হয়। যেনে :—সুষমা, বিষম, নিঃষম; ইত্যাদি।

---

(১) ণত্ব আৰু ষত্ব বিধিৰ নিয়ম বোৰ সংস্কৃত শব্দ আৰু তাৰ অপভ্ৰংশ অসমীয়া শব্দতহে খাটে।

৪। ভূমি, গো আৰু অঙ্গ আদি শব্দৰ পাচত থকা 'স্থ'ৰ দন্ত্য 'স' আৰু যুধি শব্দৰ পাচত থকা 'স্থিৰ'ৰ দন্ত্য 'স' মূৰ্দ্ধন্য 'ষ' হয়। যেনে:— ভূমিষ্ঠ, গোষ্ঠ, আঙ্গুষ্ঠ, যুধিষ্ঠিৰ; ইত্যাদি।

## ৯। সন্ধি প্ৰকৰণ (১)।

১। দুটা পদ নিচেই ওচৰা ওচৰি হৈ আদি পদৰ শেহ আৰু পৰ পদৰ আদি আখৰ লগলাগি যায়, তাকে সন্ধি বোলে। সন্ধি দুই প্ৰকাৰ:—স্বৰসন্ধি আৰু ব্যঞ্জনসন্ধি।

২। স্বৰবৰ্ণৰ লগত স্বৰবৰ্ণৰ মিলনৰ নাম স্বৰসন্ধি আৰু ব্যঞ্জনবৰ্ণৰ লগত ব্যঞ্জন বা স্বৰবৰ্ণৰ মিলনৰ নাম ব্যঞ্জন সন্ধি।

৩। আদি পদৰ শেহ স্বৰে সৈতে পৰ পদৰ আদি স্বৰ্ণ স্বৰ লগলাগি এটা দীৰ্ঘ স্বৰ হয়। যেনে:—

(অ+অ=আ)—দশ+অৱতাৰ=দশাৱতাৰ,
(অ+আ=আ)—দেৱ+আলয়=দেৱালয়,
(আ+অ=আ)—মহা+অৰ্ঘ=মহাৰ্ঘ,
(আ+আ=আ) বিদ্যা+আলয়=বিদ্যালয়,
(ই+ই=ঈ)—অতি+ইত=অতীত,
(ই+ঈ=ঈ)—অধি+ঈশ্বৰ=অধীশ্বৰ,
(ঈ+ই=ঈ) জননী+ইচ্ছা=জননীচ্ছা,
(ঈ+ঈ=ঈ)—পৃথিৱী+ঈশ্বৰ=পৃথিৱীশ্বৰ,
(উ+উ=ঊ)—গুৰু+উপদেশ=গুৰূপদেশ,
(উ+ঊ=ঊ)—গুৰু+ঊৰু=গুৰূৰু,

(১) অসমীয়া ভাষাত সন্ধি নাই; সংস্কৃত শব্দৰ মাথোন সন্ধি কৰা যায়।

(৭) ষত্ব-বিধি।

২৬। অ আ ভিন্ন স্বৰ, ক বা ৰ-ৰ পাচত থকা দন্ত্য 'স' মূৰ্দ্ধন্য 'ষ' হয়। যেনে ঃ—শ্ৰীচৰণেষু, দুষ্কৰ ; ইত্যাদি (১)।

২৭। সাৎ প্ৰত্যয়ৰ দন্ত্য 'স' মূৰ্দ্ধন্য 'ষ' নহয়। যেনে ঃ—অগ্নিসাৎ ; ইত্যাদি।

২৮। কেতবিলাক শব্দত স্বভাৱতে মূৰ্দ্ধন্য 'ষ' ব্যৱহাৰ কৰা হয়। যেনে ঃ—

কৃষক পুৰুষ ভাষা বাষ্প ঘোষা বৰ্ষ।
আষাঢ় পাষণ্ড উষা পুষ্প ঈৰ্ষা হৰ্ষ॥
পাষাণ ভীষণ বিষ মেষ বৃষ দোষ।
বিষয় পোষণ তুষ দ্বেষ ভীষ্ম ৰোষ॥ ইত্যাদি।

ষত্ব বিধিৰ কেইটামান বিশেষ নিয়ম।

১। ইকাৰান্ত আৰু উকাৰান্ত উপসৰ্গৰ পাচত থকা সদ, স্থা, সঞ্জ, সিচ্, সিধ, স্থ, স্তু, স্তম্ভ, সেনি, সো ধাতুৰ দন্ত্য 'স' মূৰ্দ্ধন্য 'ষ' হয় যেনে ঃ—অধিষ্ঠান, অনুষ্ঠিত, নিষেধ, বিষাদ, অভিষেক, অনুষঙ্গ ; ইত্যাদি।

২। শাস্ ধাতুৰ দন্ত্য 'স' আৰু বস্ ধাতুৰ ঠাইত উস্ হলে তাত দন্ত্য 'স' মূৰ্দ্ধণ্য 'ষ' হয়। শিষ্ট, উষিত ; ইত্যাদি।

৩। সু, বি, নিৰ্, দুৰ্ উপসৰ্গৰ পাচত থকা সম্ ধাতুৰ দন্ত্য 'স' মূৰ্দ্ধন্য 'ষ' হয়। যেনে ঃ—সুষমা, বিষম, নিঃষম ; ইত্যাদি।

(১) ণত্ব আৰু ষত্ব বিধিৰ নিয়ম বোৰ সংস্কৃত শব্দ আৰু তাৰ অপভ্ৰংশ অসমীয়া শব্দতহে খাটে।

৪। ভূমি, গো আৰু অঙ্গ আদি শব্দৰ পাচত থকা 'স্থ'ৰ দন্ত্য 'স' আৰু যুধি শব্দৰ পাচত থকা 'স্থিৰ'ৰ দন্ত্য 'স' মূৰ্দ্ধন্য 'ষ' হয়। যেনে :— ভূমিষ্ঠ, গোষ্ঠ, আঙ্গুষ্ঠ, যুধিষ্ঠিৰ ; ইত্যাদি।

## ৯। সন্ধি প্ৰকৰণ (১)।

১। দুটা পদ নিচেই ওচৰা ওচৰি হৈ আদি পদৰ শেহ আৰু পৰ পদৰ আদি আখৰ লগলাগি যায়, তাকে সন্ধি বোলে। সন্ধি দুই প্ৰকাৰ :—স্বৰসন্ধি আৰু ব্যঞ্জনসন্ধি।

২। স্বৰবৰ্ণৰ লগত স্বৰবৰ্ণৰ মিলনৰ নাম স্বৰসন্ধি আৰু ব্যঞ্জনবৰ্ণৰ লগত ব্যঞ্জন বা স্বৰবৰ্ণৰ মিলনৰ নাম ব্যঞ্জন সন্ধি।

৩। আদি পদৰ শেহ স্বৰে সৈতে পৰ পদৰ আদি স্বৰ্ণ স্বৰ লগলাগি এটা দীৰ্ঘ স্বৰ হয়। যেনে :—

(অ+অ=আ)—দশ+অৱতাৰ=দশাৱতাৰ,
(অ+আ=আ)—দেৱ+আলয়=দেৱালয়,
(আ+অ=আ)—মহা+অৰ্ঘ=মহাৰ্ঘ,
(আ+আ=আ) বিদ্যা+আলয়=বিদ্যালয়,
(ই+ই=ঈ)—অতি+ইত=অতীত,
(ই+ঈ=ঈ)—অধি+ঈশ্বৰ=অধীশ্বৰ,
(ঈ+ই=ঈ) জননী+ইচ্ছা=জননীচ্ছা,
(ঈ+ঈ=ঈ)—পৃথিবী+ঈশ্বৰ=পৃথিবীশ্বৰ,
(উ+উ=ঊ)—গুৰু+উপদেশ=গুৰূপদেশ,
(উ+ঊ=ঊ)—গুৰু+ঊৰু=গুৰূৰু,

(১) অসমীয়া ভাষাত সন্ধি নাই ; সংস্কৃত শব্দৰ মাথোন সন্ধি কৰা যায়।

(ঊ+উ=ঊ)—বধূ+উন্নতি=বধূন্নতি,

(ঊ+ঊ=ঊ)—বধূ+ঊক=বধূক,

(ঋ+ঋ=ৠ)—পিতৃ+ঋণ=পিতৄণ; ইত্যাদি।

৪। আদি পদত অবৰ্ণ আৰু পৰ পদত 'ই'ৰ পৰা 'ঋ' লৈকে স্বৰৰ কোনো এটা থাকিলে পাচৰ স্বৰ গুণ হয় আৰু আগত থকা 'অ' বা 'আ' লোপ হয়। যেনে :—

(অ+ই=এ)—নৰ+ইন্দ্ৰ=নৰেন্দ্ৰ,

(আ+ই=এ)—যথা+ইষ্ট=যথেষ্ট,

(অ+ঈ=এ) পৰম+ঈশ্বৰ=পৰমেশ্বৰ,

(আ+ঈ=এ)—লঙ্কা+ঈশ্বৰ=লঙ্কেশ্বৰ,

(অ+উ=ও)—পুৰুষ+উত্তম=পুৰুষোত্তম,

(আ+উ=ও)—মহা+উৎসৱ=মহোৎসৱ,

(অ+ঊ=ও)—দেহ+ঊৰ্দ্ধ্ব=দেহোৰ্দ্ধ্ব,

(আ+ঊ=ও)-মহা+ঊৰ্ম্মি=মহোৰ্ম্মি,

(অ+ঋ=অৰ্)—পৰম+ঋত=মৰমৰ্ত্ত,

(আ+ঋ=অৰ্)—মহা+ঋষি=মহৰ্ষি; ইত্যাদি।

৫। আদি পদত অবৰ্ণ আৰু পৰ পদত 'এ' বা 'ও' থাকিলে পৰ স্বৰ বৃদ্ধি আৰু আদি স্বৰ লোপ হয়। যেনে :—

(অ+এ=ঐ)—জন+এক=জনৈক,

(আ+এ=ঐ)—তথা+এৱ=তথৈৱ,

(অ+ও=ঔ)—জল+ওঘ=জলৌঘ,

(আ+ও=ঔ)-মহা+ওষধি=মহৌষধি; ইত্যাদি।

৬। আদি পদত অবৰ্ণ আৰু পৰ পদত 'ঐ' বা 'ঔ' থাকিলে আদি স্বৰ লোপ হয় আৰু তাত পৰ পদৰ ঐ বা ঔ যুক্ত হয়। যেনে :—

( অ+ঐ=ঐ ) -ইন্দ্ৰ+ঐৰাৱত=ইন্দ্ৰৈৰাৱত,

( আ+ঐ=ঐ )—মহা+ঐশ্বৰ্য্য=মহৈশ্বৰ্য্য,

( অ+ঔ=ঔ )—ভব+ঔষধ=ভবৌষধ,

( আ+ঔ=ঔ )—মহা+ঔষধ=মহৌষধ ইত্যাদি।

৭। আদি পদত ইবৰ্ণ, উবৰ্ণ বা ঋ আৰু পৰ পদত স্ববৰ্ণ ভিন্ন অন্য স্বৰ থাকিলে ইবৰ্ণৰ ঠাইত 'য', উবৰ্ণৰ ঠাইত 'ৱ' আৰু ঋ'ৰ ঠাইত 'ৰ' হয়। যেনে:—

( ই+অ=য )—অতি+অন্ত=অত্যন্ত,

( ই+আ=যা )—ইতি+আদি=ইত্যাদি,

( ই+উ=যু )—অতি+উন্নতি=অত্যুন্নতি,

( ই+ঐ=যৈ )—অতি+ঐশ্বৰ্য্য=অত্যৈশ্বৰ্য্য,

( ঈ+অ=য )—নদী+অম্বু=নদ্যম্বু,

( ঈ+উ=যু )—একাদশী+উপবাস=একাদশ্যুপবাস,

( উ+অ=ৱ)—গুৰু+অৰ্থ=গুৰ্ব্বৰ্থ,

( উ+আ=ৱা )—বহু+আশি=বহ্বাশী,

( উ+এ=ৱে )—অনু+এষণ=অন্বেষণ,

( ঊ+আ=ৱা )—বধূ+আলয়=বধ্বালয়,

( ঋ+আ=ৰা )—পিতৃ+আদেশ=পিত্ৰাদেশ; ইত্যাদি।

৮। আদি পদত এ, ঐ, ও, ঔ আৰু পৰ পদত কোনো স্বৰ থাকিলে এৰ ঠাইত অয়্, ঐৰ ঠাইত 'আয়', ওৰ ঠাইত 'অৱ্' আৰু ঔৰ ঠাইত আৱ্ হয়। যেনে:—

( এ+অ=অয় )—নে+অন=নয়ন,

( ঐ+অ=আয় )—নৈ+অক=নায়ক,

( এ+ই=অয়ি )—শে+ইত=শায়িত,

(ও+অ=অৱ)—পো+অন=পৱন,

(ও+ই=অৱি)—পো+ইত্ৰ=পৱিত্ৰ,

(ঔ+অ=আৱ)—স্তৌ+অক=স্তাৱক,

(ঔ+ই=আৱি)—নৌ+ইক=নাৱিক; ইত্যাদি।

## ব্যঞ্জনসন্ধি।

৯। আদি পদত ত্ বা দ্ আৰু পৰ পদত চ, ছ, জ, ঝ, ট, ঠ, ড, ঢ, বা ল থাকিলে ত্ বা দ্ গুচে আৰু তাৰ পিচতে থকা আখৰটো দ্বিত্ব হয়, আৰু ছ, ঝ, ঠ, বা ঢ দ্বিত্ব হলে তাৰে প্ৰথম ছ গুচি চ, ঝ গুচি জ, ঠ গুচি ট আৰু ঢ গুচি ড হয়। যেনে:—

(ত্+চ=চ্চ)—শৰৎ+চন্দ্ৰ=শৰচ্চন্দ্ৰ,

(দ্+চ=চ্চ)—বিপদ্+চিন্তা=বিপচ্চিন্তা,

(ত্+ছ=চ্ছ)—উৎ+ছেদ=উচ্ছেদ,

(দ্+ছ=চ্ছ)—তদ্+ছবি=তচ্ছবি,

(ত্+জ=জ্জ)—জগৎ+জন=জগজ্জন,

(দ্+জ=জ্জ)—বিপদ্+জাল=বিপজ্জাল,

(দ্+ঝ=জ্ঝ)—তদ্+ঝঙ্কাৰ=তজ্ঝঙ্কাৰ,

(ত্+ট=ট্ট)—বৃহৎ+টঙ্কাৰ=বৃহট্টঙ্কাৰ,

(দ্+ট=ট্ট)—তদ্+টীক=তট্টীক,

(ত্+ঠ=ট্ঠ)—ভৰৎ+ঠাকুৰ=ভৰট্ঠাকুৰ,

(ত্+ড=ড্ড)—উৎ+ডীন=উড্ডীন,

(দ্+ঢ=ড্ঢ)—তদ্+ঢক্কা=তড্ঢক্কা,

(ত্+ল=ল্ল)—উৎ+লেখ=উল্লেখ,

(দ্+ল=ল্ল)—বিপদ্+লক্ষণ=বিপল্লক্ষণ; ইত্যাদি।

১০। আদি পদত ত্ বা দ্ আৰু পৰ পদত শ থাকিলে দুয়ো মিলি চ্ছ হয় আৰু হ থাকিলে দুয়ো মিলি দ্ধ হয়। যেনে :—

(ত্ বা দ্ + শ = চ্ছ) — জগৎ + শৰণ্য = জগচ্ছৰণ্য,

তদ্ + শব্দ = তচ্ছব্দ,

(ত বা দ্ + হ = দ্ধ) — উৎ + হাব = উদ্ধাব, তদ্ + হিত = তদ্ধিত, ইত্যাদি।

১১। আদি পদত চ, বা জ, আৰু পৰ পদত ন থাকিলে ন গুচি ঞ হয়। যেনে :—

(চ্ + ন = চ্ঞ) — যাচ্ + না = যাচ্ঞা,

(জ্ + ন = জ্ঞ) — যজ্ + ন = যজ্ঞ ইত্যাদি।

১২। আদি পদত ক্ বা ত্ আৰু পৰ পদত ন বা ম থাকিলে ক্ গুচি ঙ্ আৰু ত্ গুচি ন্ হয়। যেনে :—

(ক্ + ন = ঙ্ন) — বাক্ + নিষ্পত্তি = বাঙ্নিষ্পত্তি,

(ক্ + ম = ঙ্ম) — বাক্ + ময় = বাঙ্ময়,

(ত্ + ন = ন্ন) — উৎ + নতি = উন্নতি,

(ত্ + ম = ন্ম) — উৎ + মত = উন্মত ; ইত্যাদি।

১৩। আদি পদত বৰ্গৰ প্ৰথম বৰ্ণ আৰু পৰ পদত স্বৰবৰ্ণ, বৰ্গৰ তৃতীয় বা চতুৰ্থ বৰ্ণ, নাইবা য, ব, ল, ৰ বা হ থাকিলে বৰ্গৰ প্ৰথম বৰ্ণৰ ঠাইত সেই বৰ্গৰ তৃতীয় বৰ্ণ হয়। যেনে :—

বাক্ + ঈশ = বাগীশ, ষট্ + আনন = ষড়ানন,

অচ্ + অন্ত = অজন্ত, জগৎ + ঈশ্বৰ = জগদীশ্বৰ,

উৎ + ভব = উদ্ভব, অপ্ + হৰণ = অপহৰণ, ইত্যাদি।

১৪। আদি পদত ষ আৰু পৰ পদত ত বা থ থাকিলে সিহঁতৰ ঠাইত ক্ৰমে ট আৰু ঠ হয়। যেনে :—

তুষ্ + তি = তুষ্টি, ষষ্ + থ = ষষ্ঠ; ইত্যাদি।

১৫। আদি পদত স্বৰবৰ্ণ আৰু পৰ পদত ছ থাকিলে ছৰ ঠাইত চ্ছ হয়। যেনে:—

আ + ছন্ন = আচ্ছন্ন, পৰি + ছেদ = পৰিচ্ছেদ; ইত্যাদি।

১৬। আদি পদত ম্ আৰু পৰ পদত বৰ্গৰ কোনো বৰ্ণ থাকিলে ম্ গুচি সেই বৰ্গৰ পঞ্চম বৰ্ণ হয়। যেনে:—

কিম্ + কৰ = কিঙ্কৰ, কম্ + টক = কণ্টক,

শম্ + কৰ = শঙ্কৰ, সম্ + তান = সন্তান,

সম্ + চয় = সঞ্চয়, সম্ + পৰ্ক = সম্পৰ্ক; ইত্যাদি।

১৭। আদি পদত ম্ আৰু পৰ পদত অন্তঃস্থ বা উষ্ম বৰ্ণ থাকিলে ম্ গুচি অনুস্বাৰ হয়। যেনে:——

সম্ + যম = সংযম, সম্ + শয় = সংশয়,

সম্ + বাদ = সংবাদ, সম্ + হাৰ—সংহাৰ, ইত্যাদি।

বিসৰ্গ সন্ধি।

১৮। পৰ পদত চ বা ছ থাকিলে আদি পদত থকা বিসৰ্গৰ ঠাইত শ্, ট বা ঠ থাকিলে বিসৰ্গৰ ঠাইত ষ্ আৰু ত বা থ থা[illegible] বিসৰ্গৰ ঠাইত স হয়। যেনে:—

নিঃ + চয় = নিশ্চয়, নিঃ + তেজ = নিস্তেজ,

শিৰঃ + ছেদ = শিৰচ্ছেদ, উচ্চঃ + থ = উচ্চস্থ; ইত্যাদি।

১৯। আদি পদত বিসৰ্গ আৰু পৰ পদত ক, খ, প বা ফ থাকিলে বিসৰ্গৰ ঠাইত বিকল্পে স হয় আৰু তাৰ আগত ইকাৰাদি স্বৰৰ কোনো বৰ্ণ থাকিলে স গুচি ষ হয়। যেনে:—

অন্তঃ + কৰণ = অন্তস্কৰণ, অন্তঃকৰণ,

মনঃ + খেদ = মনস্খেদ, মনঃখেদ,

দুঃ + কৰ = দুষ্কৰ, দুঃকৰ,

নিঃ + ফল = নিষ্ফল, নিঃফল ; ইত্যাদি।

২০। পৰ পদত অকাৰ বা বৰ্গৰ তৃতীয়, চতুৰ্থ বা পঞ্চম বৰ্ণ থাকিলে আদি পদৰ অকাৰৰ পিচত থকা বিসৰ্গৰ ঠাইত ওকাৰ হয় ; আৰু আদি পদৰ অকাৰ লোপ হৈ তাৰ ঠাইত সেই ওকাৰ যুক্ত হয়। যেনে :—

বয়ঃ + অধিক = বয়োধিক, তপঃ + ধন = তপোধন,

মনঃ + গত = মনোগত, নভঃ + মণ্ডল = নভোমণ্ডল,

শিৰঃ + ভূষণ = শিৰোভূষণ, মনঃ + ৰম = মনোৰম,

মনঃ + হৰ = মনোহৰ, ইত্যাদি।

(১) কদাচিত অৰ পিচত থকা বিসৰ্গৰ ঠাইত ৰ হয়। যেনে :— অন্তঃ + দেশ = অন্তৰ্দেশ, পুনঃ + জন্ম = পুনৰ্জ্জন্ম ; ইত্যাদি।

২১। ৰকাৰৰ পাচত ৰ বা ঢকাৰৰ পাচত ঢ থাকিলে আগৰ ৰ বা ঢ লোপ হয় আৰু তাৰ আগত হ্ৰস্ব স্বৰ থাকিলে দীৰ্ঘ হয়। যেনে :—

নিঃ + ৰস = নিৰৰস, নীৰস,

নিঃ + ৰোগ + নিৰৰোগ, নীৰোগ,

মূঢ় + ঢ = মূঢ়, গুঢ় + ঢ = গূঢ় ; ইত্যাদি।

## ১০। সমাস প্ৰকৰণ।

১। দুই নাইবা তাতকৈ অধিক পদ একেলগ হোৱাকে সমাস বোলা যায়। সমাস হোৱা আদি পদ বা পদবোৰত বিভক্তি লোপ হৈ শেহৰটোত মাথোন থাকে আৰু পদবোৰ বেলেগে নাথাকি একে লগ লাগে বা মাজত এটা একদেশ চিহ্ন থাকে। যেনে :—লৰাৰ, ছোৱালীৰ = লৰা—ছোৱালীৰ বা লৰাছোৱালীৰ, গৰু, ঘোৰা, হাতীক = গৰু - ঘোৰা—হাতীক বা গৰু ঘোৰা হাতীক ; ইত্যাদি।

তুষ্ + তি = তুষ্টি, ষষ্ + থ = ষষ্ঠ; ইত্যাদি।

১৫। আদি পদত স্বৰবৰ্ণ আৰু পৰ পদত ছ থাকিলে ছৰ ঠাইত চ্ছ হয়। যেনে :—

আ + ছন্ন = আচ্ছন্ন, পৰি + ছেদ = পৰিচ্ছেদ; ইত্যাদি।

১৬। আদি পদত ম্ আৰু পৰ পদত বৰ্গৰ কোনো বৰ্ণ থাকিলে ম্ গুচি সেই বৰ্গৰ পঞ্চম বৰ্ণ হয়। যেনে :—

কিম্ + কৰ = কিঙ্কৰ, কম্ + টক = কণ্টক,

শম্ + কৰ = শঙ্কৰ, সম্ + তান = সন্তান,

সম্ + চয় = সঞ্চয়, সম্ + পৰ্ক = সম্পৰ্ক; ইত্যাদি।

১৭। আদি পদত ম্ আৰু পৰ পদত অন্তঃস্থ বা উষ্ম বৰ্ণ থাকিলে ম্ গুচি অনুস্বাৰ হয়। যেনে :——

সম্ + যম = সংযম, সম্ + শয় = সংশয়,

সম্ + বাদ = সংবাদ, সম্ + হাৰ—সংহাৰ, ইত্যাদি।

বিসৰ্গ সন্ধি।

১৮। পৰ পদত চ বা ছ থাকিলে আদি পদত থকা বিসৰ্গৰ ঠাইত শ্, ট বা ঠ থাকিলে বিসৰ্গৰ ঠাইত ষ্ আৰু ত বা থ থাকিলে বিসৰ্গৰ ঠাইত স হয়। যেনে :—

নিঃ + চয় = নিশ্চয়, নিঃ + তেজ = নিস্তেজ,

শিৰঃ + ছেদ = শিৰশ্ছেদ, উচ্চঃ + থ = উচ্চস্থ; ইত্যাদি।

১৯। আদি পদত বিসৰ্গ আৰু পৰ পদত ক, খ, প বা ফ থাকিলে বিসৰ্গৰ ঠাইত বিকল্পে স হয় আৰু তাৰ আগত ইকাৰাদি স্বৰৰ কোনো বৰ্ণ থাকিলে স গুচি ষ হয়। যেনে :—

অন্তঃ + কৰণ = অন্তস্কৰণ, অন্তঃকৰণ,

মনঃ + খেদ = মনস্খেদ, মনঃখেদ,

দুঃ+কৰ=দুষ্কৰ, দুঃকৰ,

নিঃ+ফল=নিষ্ফল, নিঃফল ; ইত্যাদি।

২০। পৰ পদত অকাৰ বা বৰ্গৰ তৃতীয়, চতুৰ্থ বা পঞ্চম বৰ্ণ থাকিলে আদি পদৰ অকাৰৰ পিচত থকা বিসৰ্গৰ ঠাইত ওকাৰ হয় ; আৰু আদি পদৰ অকাৰ লোপ হৈ তাৰ ঠাইত সেই ওকাৰ যুক্ত হয়। যেনে :—

বয়ঃ+অধিক=বয়োধিক, তপঃ+ধন=তপোধন,

মনঃ+গত=মনোগত, নভঃ+মণ্ডল=নভোমণ্ডল,

শিৰঃ+ভূষণ=শিৰোভূষণ, মনঃ+ৰম=মনোৰম,

মনঃ+হৰ=মনোহৰ, ইত্যাদি।

(১) কদাচিত অৰ পিচত থকা বিসৰ্গৰ ঠাইত ৰ হয়। যেনে :—
অন্তঃ+দেশ=অন্তৰ্দেশ, পুনঃ+জন্ম=পুনৰ্জ্জন্ম ; ইত্যাদি।

২১। ৰকাৰৰ পাচত ৰ বা ঢকাৰৰ পাচত ঢ থাকিলে আগৰ ৰ বা ঢ লোপ হয় আৰু তাৰ আগত হ্ৰস্ব স্বৰ থাকিলে দীৰ্ঘ হয়। যেনে :—

নিঃ+ৰস=নিৰৰস, নীৰস,

নিঃ+ৰোগ+নিৰৰোগ, নীৰোগ,

মূঢ়+ঢ=মূঢ়, গুঢ়+ঢ=গূঢ় ; ইত্যাদি।

## ১০। সমাস প্ৰকৰণ।

১। দুই নাইবা তাতকৈ অধিক পদ একেলগ হোৱাক সমাস বোলা যায়। সমাস হোৱা আদি পদ বা পদবোৰত বিভক্তি লোপ হৈ শেহৰটোত মাথোন থাকে আৰু পদবোৰ বেলেগে নাথাকি একে লগ লাগে বা মাজত এটা একদেশ চিহ্ন থাকে। যেনে :—লৰাৰ, ছোৱালীৰ=লৰা—ছোৱালীৰ বা লৰাছোৱালীৰ, গৰু, ঘোৰা, হাতীক=গৰু-ঘোৰা—হাতীক বা গৰু ঘোৰা হাতীক ; ইত্যাদি।

২। সমাসৰ অৰ্থ প্ৰকাশ কৰা বাক্যক সমাস বাক্য বা ব্যাসবাক্য আৰু সমাস হৈ সিদ্ধ হোৱা পদক সমস্ত পদ বোলে। যেনে :—পীত অম্বৰ যাৰ তেওঁ পীতাম্বৰ ; ইয়াত 'পীত অম্বৰ যাৰ' সমাস বাক্য বা ব্যাস বাক্য আৰু 'পীতাম্বৰ' সমস্ত পদ।

৩। সমাস ছয় প্ৰকাৰ ; যথা—দ্বন্দ্ব, বহুব্ৰীহি, কৰ্ম্মধাৰয়, দ্বিগু, তৎপুৰুষ আৰু অব্যয়ীভাৱ। ইয়াত বাজে নঞ তৎপুৰুষ নামে আৰু এটা উপসমাস আছে।

দ্বন্দ্ব সমাস।

৪। বেলেগ অৰ্থ বুজোৱা দুই বা অধিক পদৰ মাজৰ বিভক্তি আৰু যোজক অব্যয় লোপ হৈ একেটা পদ হোৱাক দ্বন্দ্ব সমাস বোলে। দ্বন্দ্ব সমাস তিনি প্ৰকাৰ :—সমাহাৰ দ্বন্দ্ব, ইতৰেতৰ দ্বন্দ্ব আৰু একশেষ দ্বন্দ্ব।

সমাহাৰ দ্বন্দ্ব।

৫। দ্বন্দ্ব সমাস কৰা পদত এক বচন যুক্ত হৈ সকলোৱে মিলি একেটা অৰ্থ বুজালে তাক সমাহাৰ দ্বন্দ্ব সমাস বোলে। যেনে : আমৰ আৰু কঁঠালৰ=আম কঠালৰ ( ফলৰ ), দেৱে আৰু অসুৰে=দেৱাসুৰে ( শত্ৰুৱে ), ইত্যাদি।

৬। তা বা ত্ব শেহত থকা শব্দবোৰৰ সমাহাৰ দ্বন্দ্ব সমাস হলে আদি পদ বা পদ বিলাকৰ তা বা ত্ব গুচি মাথোন শেহৰটোত থাকে। যেনে :—সাধুতা+নম্ৰতা=সাধুনম্ৰতা ; ইত্যাদি।

৭। নাম ধাতুৰ সমাহাৰ দ্বন্দ্ব সমাস হলে আদি পদ বা পদ বিলাকৰ বিভক্তি গুচে। যেনে :—খাবলৈ আৰু লবলৈ আৰু যাবলৈ=খাব-লব-যাবলৈ, যাবৰ আৰু আহিবৰ=যাব-আহিবৰ ; ইত্যাদি।

### ইতৰেতৰ দ্বন্দ্ব।

৮। দ্বন্দ্ব সমাস কৰা পদত বহুবচন যুক্ত হৈ পতিপদৰ অৰ্থ বেলেগকৈ বুজালে তাক ইতৰেতৰ দ্বন্দ্ব সমাস বোলা যায়। যেনে:—লৰাৰ আৰু ছোৱালীৰ=লৰা-ছোৱালীবিলাকৰ, গৰুৰে আৰু মানুহে-গৰু-মানুহ বিলাকে; ইত্যাদি।

৯। যি কেইটা পদৰ দ্বন্দ্ব সমাস কৰা হয় তাৰে আদিৰটোত বহুবচন যুক্ত হৈ আনবোৰ পদ লোপ হলে তাক একশেষ দ্বন্দ্ব সমাস বোলে। যেনে:—ৰামে আৰু গোপালে=ৰামহঁতে, হৰিৰ আৰু গোপালৰ ঘৰ-হৰিহঁতৰ ঘৰ, তেওঁ আৰু তুমি আৰু মই আমি ইত্যাদি।

### বহুব্ৰীহি সমাস।

১০। যি যি পদৰ সমাস হয়, সিহঁতে যদি নিজ অৰ্থ নুবুজাই অন্য বেলেগ বস্তু বা ব্যক্তি বুজায় তেন্তে তাক বহুব্ৰীহি সমাস বোলে। দশ আনন যাৰ তেওঁ দশানন। ইয়াত দশানন পদে দশ বা আনন এটাকো নুবুজাই লঙ্কাৰ ৰজা ৰাৱণক বুজাইছে। এই দৰে পীত অম্বৰ যাৰ তেওঁ পীতাম্বৰ, শূল পাণিত যাৰ তেওঁ শূলপানি, ইকাৰ অন্তত আছে যাৰ সি ইকাৰান্ত; ইত্যাদি।

১১। বহুব্ৰীহি সমাহৰ শেহৰ পদ যদি ব্যঞ্জনান্ত, ঋকাৰান্ত বা স্ত্ৰীলিঙ্গ হয়, তেন্তে তাৰ শেহত 'ক' যোগ হয়। যেনে:—প্ৰাপ্ত হৈছে বয়স যাৰ সি প্ৰাপ্ত বয়স্ক, মৃতা পত্নী যাৰ তেওঁ মৃতপত্নীক; ইত্যাদি।

১২। গাৰ অঙ্গ বুজোৱা শব্দে সৈতে বহুব্ৰীহি সমাস হলে, তাৰ পাচত আ, ৱা বা ঈয়া হয়, আৰু শেহৰ স্বৰৰ আগত থকা আৰ ঠাইত অ আৰু ওৰ ঠাইত উ হয়,আৰু মুখ শব্দ থাকিলে তাৰ খ গুচে। যেনে:—বৰ পেট যাৰ তেওঁ বৰপেটা, খৰঁা নাক যাৰ সি খৰঁানকা, বগা চকু যাৰ

তেওঁ বঙা চকুরা, বেজীৰ নিচিনা মুখ যাৰ তেওঁ বেজীমুৰা, পাঁচোটা নখ যাৰ সি পাঁচ নখীয়া, ইত্যাদি।

১৩। বহুব্রীহি সমাস হলে সৈতে, সহ আৰু সমান শব্দৰ ঠাইত স, আৰু মহৎ শব্দৰ ঠাইত মহা হয়। যেনে ঃ—পুত্রে সৈতে আছে যি তেওঁ সপুত্র, সমান গোত্র যাৰ তেওঁ সগোত্র, মহৎ আশয় যাৰ তেওঁ মহাশয় ; ইত্যাদি।

১৪। বহুব্রীহি সমাসত আদিৰ স্ত্রীলিঙ্গ শব্দে পুংলিঙ্গৰ আকৃতি লয়। যেনে ঃ—হতা স্ত্রী যাৰ তেওঁ হতস্ত্রী ; ইত্যাদি।

১৫। বহুব্রীহি সমাসত ধৰ্ম্ম শব্দ শেহত থাকিলে সি আকাৰান্ত, নাম বুজালে নাভি শব্দৰ ঠাইত নাভ, নিজৰ অঙ্গ বুজালে অক্ষি শব্দৰ ঠাইত অক্ষ হয়, আৰু কোনো কোনো ঠাইত গন্ধ শব্দৰ ঠাইত বিকল্পে গন্ধি হয়। যেনে ঃ—বিগত হৈছে ধৰ্ম্ম যাৰ তেওঁ বিধৰ্ম্মা, পদ্ম নাভিত যাৰ তেওঁ পদ্মনাভ, বিশাল অক্ষি যাৰ সি বিশালাক্ষ, পদ্মৰ নিচিনা গন্ধ যাৰ সি পদ্মগন্ধি বা পদ্ম গন্ধ ; ইত্যাদি।

১৬। এটা সংজ্ঞা শব্দে সৈতে এটা বিশেষণ শব্দৰ সমাস হলে সংজ্ঞা শব্দটো আগত বহে। যেনে ঃ—দীঘল হাত যাৰ তেওঁ হাত দীঘল, বহল পাত যাৰ সি পাত-বহল ; ইত্যাদি।

১৭। বহুব্রীহি সমাসত সকৰ্ম্মক ধাতুৰ কৃদন্ত-ভাৱ বাচক পদ এটাৰ আগত প্রথমান্ত পদ এটা থাকিলে তাৰ বিভক্তি নুগুচে। যেনে ঃ—বাঘে খায় যাক সি বাঘে-খোৱা, মানুহে লয় যাক সি মানুহে-লোৱা ; ইত্যাদি। কিন্তু অকৰ্ম্মক ধাতুৰ কৃদন্ত-ভাৱ-বাচক পদ এটাৰ আগত প্রথমান্ত পদ এটা থাকিলে তাৰ বিভক্তি গুচে। যেনে ঃ— দাঁত সৰিছে যাৰ সি দাঁত-সৰা, সন্তান নাথাকে যাৰ তেওঁ সন্তান-নথকা ; ইত্যাদি।

কৰ্ম্মধাৰয় সমাস।

১৮। দুটা সংজ্ঞা শব্দ বিশেষ্য আৰু বিশেষণৰ নিচিনাকৈ আগ পিচা হৈ লগ লাগিলে তাক কৰ্ম্মধাৰয় সমাস বোলে। ইয়াৰ সমস্ত পদৰ মাজত একদেশ চিহ্ন এটা থাকে। যেনেঃ—গুৱাহাটী নগৰ গুৱাহাটী-নগৰ ; ইয়াত গুৱাহাটী পদ বিশেষণৰ নিচিনা আছিল, পাচত দুয়ো লগলাগি এটা পদ হল। এই দৰে কমাৰকুছি গাওঁ=কমাৰকুছি —গাওঁ, আসাম প্ৰদেশ=আসাম-প্ৰদেশ, ইত্যাদি।

১৯। মানুহৰ নামৰ আগত উপাধি বুজোৱা শব্দ এই সমাসেৰে লগলাগিলে তাৰ মাজত এক দেশ চিহ্ন নে থাকে। যেনেঃ—বদন চন্দ্ৰ বুজৰ বৰুৱা, শিবৰাম বৰা, গদাধৰ সিংহ ; ইত্যাদি।

২০। দুটা বস্তু তুলনা কৰা অৰ্থত ৰূপ, অধিক, সদৃশ, তুল্য, নিচিনা, দৰে আদি শব্দ লুকাই থাকি বস্তু বুজোৱা এই পদ দুটাৰ কৰ্ম্মধাৰয় সমাস হয়। এনেকৈ সমাস হোৱা পদ দুটাৰ মাজত থকা অন্য কথাটো লোপ হলে তাক মধ্য পদ লোপী আৰু তাৰ শেহত থকা অন্য কথাটো লোপ হলে তাক অন্ত্য পদ লোপী কৰ্ম্মধাৰয় বোলে। যেনেঃ—চন্দ্ৰৰ নিচিনা মুখ=চন্দ্ৰ-মুখ, ঢোলৰ দৰে পেট=ঢোল-পেট, সপ্ত অধিক দশ=সপ্তদশ ( মধ্যপদলোপী ) ; নৰ সিংহৰ তুল্য=নৰসিংহ, বিড়াল তপস্বীৰ নিচিনা=বিড়াল—তপস্বী ; ইত্যাদি।

তৎপুৰুষ সমাস।

২১। আদি পদৰ দ্বিতীয়াদি বিভক্তি লোপ হৈ যি সমাস হয় তাক তৎপুৰুষ সমাস বোলে। তৎপুৰুষ সমাস ছয় প্ৰকাৰ ; যথা—দ্বিতীয়া, তৃতীয়া, চতুৰ্থী, পঞ্চমী, ষষ্ঠী আৰু সপ্তমী তৎপুৰুষ।

দ্বিতীয়া তৎপুৰুষ।

২২। সমাস হোৱা দুই পদৰ আদিৰটোৰ দ্বিতীয়া বিভক্তি গুচিলে

তেওঁ বৰা চকুৰা, বেঙৰ নিচিনা মুখ যাৰ তেওঁ বেঙামুৰা, পাঁচোটা নখ যাৰ সি পাঁচ নখীয়া, ইত্যাদি।

১৩। বহুব্ৰীহি সমাস হলে সৈতে, সহ আৰু সমান শব্দৰ ঠাইত স, আৰু মহৎ শব্দৰ ঠাইত মহা হয়। যেনে:—পুত্ৰে সৈতে আছে যি তেওঁ সপুত্ৰ, সমান গোত্ৰ যাৰ তেওঁ সগোত্ৰ, মহৎ আশয় যাৰ তেওঁ মহাশয়; ইত্যাদি।

১৪। বহুব্ৰীহি সমাসত আদিৰ স্ত্ৰীলিঙ্গ শব্দে পুংলিঙ্গৰ আকৃতি লয়। যেনে:—হতা স্ত্ৰী যাৰ তেওঁ হতস্ত্ৰী; ইত্যাদি।

১৫। বহুব্ৰীহি সমাসত ধৰ্ম্ম শব্দ শেহত থাকিলে সি আকাৰান্ত, নাম বুজালে নাভি শব্দৰ ঠাইত নাভ, নিজৰ অঙ্গ বুজালে অক্ষি শব্দৰ ঠাইত অক্ষ হয়, আৰু কোনো কোনো ঠাইত গন্ধ শব্দৰ ঠাইত বিকল্পে গন্ধি হয়। যেনে:—বিগত হৈছে ধৰ্ম্ম যাৰ তেওঁ বিধৰ্ম্মা, পদ্ম নাভিত যাৰ তেওঁ পদ্মনাভ, বিশাল অক্ষি যাৰ সি বিশালাক্ষ, পদ্মৰ নিচিনা গন্ধ যাৰ সি পদ্মগন্ধি বা পদ্ম গন্ধ; ইত্যাদি।

১৬। এটা সংজ্ঞা শব্দে সৈতে এটা বিশেষণ শব্দৰ সমাস হলে সংজ্ঞা শব্দটো আগত বহে। যেনে:—দীঘল হাত যাৰ তেওঁ হাত দীঘল, বহল পাত যাৰ সি পাত-বহল; ইত্যাদি।

১৭। বহুব্ৰীহি সমাসত সকৰ্ম্মক ধাতুৰ কৃদন্ত-ভাৱ বাচক পদ এটাৰ আগত প্ৰথমান্ত পদ এটা থাকিলে তাৰ বিভক্তি নুগুচে। যেনে:—বাঘে খায় যাক সি বাঘে-খোৱা, মানুহে লয় যাক সি মানুহে-লোৱা; ইত্যাদি। কিন্তু অকৰ্ম্মক ধাতুৰ কৃদন্ত-ভাৱ-বাচক পদ এটাৰ আগত প্ৰথমান্ত পদ এটা থাকিলে তাৰ বিভক্তি গুচে। যেনে:—দাঁত সৰিছে যাৰ সি দাঁত-সৰা, সন্তান নাথাকে যাৰ তেওঁ সন্তান-নথকা; ইত্যাদি।

## কৰ্ম্মধাৰয় সমাস।

১৮। দুটা সংজ্ঞা শব্দ বিশেষ্য আৰু বিশেষণৰ নিচিনাকৈ অগা পিচা হৈ লগ লাগিলে তাক কৰ্ম্মধাৰয় সমাস বোলে। ইয়াৰ সমস্ত পদৰ মাজত একদেশ চিহ্ন এটা থাকে। যেনে:—গুৱাহাটী নগৰ গুৱাহাটী-নগৰ; ইয়াত গুৱাহাটী পদ বিশেষণৰ নিচিনা আছিল, পাচত দুয়ো লগলাগি এটা পদ হল। এই দৰে কমাৰকুছি গাওঁ=কমাৰকুছি—গাওঁ, আসাম প্ৰদেশ=আসাম-প্ৰদেশ, ইত্যাদি।

১৯। মানুহৰ নামৰ আগত উপাধি বুজোৱা শব্দ এই সমাসেৰে লগলাগিলে তাৰ মাজত এক দেশ চিহ্ন নে থাকে। যেনে:—বদন চন্দ্ৰ বুঞৰ বৰুৱা, শিৱৰাম বৰা, গদাধৰ সিংহ; ইত্যাদি।

২০। দুটা বস্তু তুলনা কৰা অৰ্থত ৰূপ, অধিক, সদৃশ, তুল্য, নিচিনা, দৰে আদি শব্দ লুকাই থাকি বস্তু বুজোৱা এই পদ দুটাৰ কৰ্ম্মধাৰয় সমাস হয়। এনেকৈ সমাস হোৱা পদ দুটাৰ মাজত থকা অন্য কথাটো লোপ হলে তাক মধ্য পদ লোপী আৰু তাৰ শেহত থকা অন্য কথাটো লোপ হলে তাক অন্ত্য পদ লোপী কৰ্ম্মধাৰয় বোলে। যেনে:—চন্দ্ৰৰ নিচিনা মুখ=চন্দ্ৰ-মুখ, ঢোলৰ দৰে পেট=ঢোল-পেট, সপ্ত অধিক দশ=সপ্তদশ (মধ্যপদলোপী); নৰ সিংহৰ তুল্য=নৰসিংহ, বিড়াল তপস্বীৰ নিচিনা=বিড়াল—তপস্বী; ইত্যাদি।

## তৎপুৰুষ সমাস।

২১। আদি পদৰ দ্বিতীয়াদি বিভক্তি লোপ হৈ যি সমাস হয় তাক তৎপুৰুষ সমাস বোলে। তৎপুৰুষ সমাস ছয় প্ৰকাৰ; যথা—দ্বিতীয়া, তৃতীয়া, চতুৰ্থী, পঞ্চমী, ষষ্ঠী আৰু সপ্তমী তৎপুৰুষ।

### দ্বিতীয়া তৎপুৰুষ।

২২। সমাস হোৱা দুই পদৰ আদিৰটোৰ দ্বিতীয়া বিভক্তি গুচিলে

সি দ্বিতীয়া তৎপুৰুষ সমাস হয়। যেনে :—গৰুক-বধা = গৰু-বধা, ভাবক ধোৱা = ভবি-ধোৱা ; ইত্যাদি।

### তৃতীয়া তৎপুৰুষ।

২৩। সমাস হোৱা দুই পদৰ আদিৰটোৰ তৃতীয়া বিভক্তি গুচিলে তাক তৃতীয়া তৎপুৰুষ সমাস বোলে। যেনে :—কটাৰীৰে কটা = কটাৰী-কটা, শীতেৰে আৰ্ত্ত = শীতাৰ্ত্ত ; হাতেৰে সজা = হাতে-সজা, ধনেৰে কিনা = ধনে-কিনা ; ইত্যাদি।

### চতুৰ্থী তৎপুৰুষ।

২৪। সমাস হোৱা দুইপদৰ আদিৰটোৰ চতুৰ্থী বিভক্তি গুচিলে তাক চতুৰ্থী তৎপুৰুষ সমাস বোলে। যেনে :—গুৰুলৈ ভক্তি = গুৰু-ভক্তি, হোমলৈ খৰি = হোম-খৰি, যুপলৈ কাষ্ঠ = যুপকাষ্ঠ ; ইত্যাদি।

### পঞ্চমী তৎপুৰুষ সমাস।

২৫। সমাস হোৱা দুইপদৰ আদিৰটোৰ পঞ্চমী বিভক্তি গুচিলে তাক পঞ্চমী তৎপুৰুষ বোলে। যেনে :—গছৰ পৰা সৰা-গছ-সৰা, ঋণৰ পৰা মুক্ত = ঋণমুক্ত, সৰ্পৰ পৰা ভয় = সৰ্প-ভয় ; ইত্যাদি।

### ষষ্ঠী তৎপুৰুষ সমাস।

২৫। সমাস হোৱা দুইপদৰ আদিৰটোৰ ষষ্ঠী বিভক্তি গুচিলে তাক ষষ্ঠী তৎপুৰুষ সমাস বোলে। যেনে :—হাতীৰ দাঁত = হাতী-দাঁত, নিজৰ ঘৰ = নিজ-ঘৰ, পুতেকৰ সমান = পুতেক-সমান ; ইত্যাদি।

### সপ্তমী তৎপুৰুষ।

২৭। সমাস হোৱা দুই পদৰ আদিৰটোৰ সপ্তমী বিভক্তি গুচিলে, তাক সপ্তমী তৎপুৰুষ সমাস বোলে। গছত পকা = গছ-পকা, ঘৰত বোৱা—ঘৰ—বোৱা, কাশীত বাস = কশী-বাস, কাণত বাগৰা = কাণ-বাগৰা ; ইত্যাদি।

দ্বিগু সমাস।

২৮। যি সমাসৰ আদি পদটো সংখ্যা বাচক হয়, তাক দ্বিগু সমাস বোলে। যেনে :—( চাৰিভুজ ) চতুৰ্ভুজ, ( তিনি ভুবন ) ত্ৰিভুবন, ( দুইপদ ) দ্বিপদ ; ইত্যাদি। সংস্কৃত শব্দৰ মাথোন এই সমাস হয়।

অব্যয়ীভাব সমাস।

২৯। অব্যয় শব্দ আগত থাকি সংজ্ঞা শব্দৰ যি সমাস হয় তাক অব্যয়ীভাব সমাস বোলে। যেনে :—ঘৰে ঘৰে = প্ৰতি ঘৰে, জানু পৰ্য্যন্ত = আজানু, শক্তি অনুসাৰে = যথাশক্তি, হৰিত বিনা = বিনাহৰি, জীৱন যাবৎ = যাৱজ্জীৱন, ৰূপৰ যোগ্য = অনুৰূপ ; ইত্যাদি। সংস্কৃত শব্দৰ মাথোন এই সমাস হয়।

নঞ্ তৎপুৰুষ সমাস।

৩০। নিষেধ বুজোৱা 'ন'ৰে সৈতে যি সমাস হয় তাক নঞ্ তৎপুৰুষ সমাস বোলে। এই সমাসত পৰ পদৰ আদিত স্বৰ থাকিলে 'ন'ৰ ঠাইত 'অন' আৰু ব্যঞ্জন থাকিলে তাৰ ঠাইত 'অ' হয়। যেনে :— ন আদৰ = অনাদৰ, ন ইচ্ছা = অনিচ্ছা, ন কাল = অকাল, ন উচিত = অনুচিত, ন সুৰ = অসুৰ ; ইত্যাদি।

## ১২। তদ্ধিত প্ৰকৰণ।

১। বিশেষ ২ অৰ্থ বুজাবৰ নিমিত্তে শব্দৰ পিচত যি বোৰ প্ৰত্যয় যোগ কৰা হয় তাৰ নাম তদ্ধিত প্ৰত্যয়। অতী, অতীয়া, অনি, অৰীয়া, অলীয়া, আঁ, আই, আল, আলি, আৰু, ইলী, ঈ, ঈয়া, ইয়াল, উৱা, উৱাল, উৰা, এ, ওৱা; কি, তীয়া, মান, য়া, ৰ, ৰা, ৱা আদি তদ্ধিত প্ৰত্যয়।

২। তদ্ধিত প্ৰত্যয় হলে এটা সংজ্ঞা শব্দৰ পৰা আন এটা সংজ্ঞা শব্দ,

বিশেষণ বা ক্ৰিয়া বিশেষণ হয় ; বিশেষণ বা সংখ্যাবাচক শব্দৰ পৰা গুণ-বোধক শব্দ হয়, আৰু সৰ্ব্বনামৰ পৰা বিশেষণ আদি বেলেগ ২ শব্দ হয়।

৩। একেলগে অধিক থকা অৰ্থত বন আদি শব্দৰ পিচত অনি প্ৰত্যয় হৈ সংজ্ঞা শব্দ হয়। যেনে :—কাঠ+অনি=কাঠনি, বাঁহ+অনি=বাঁহনি, গছ+অনি=গছনি, হাবি+অনি=হাবিয়নি ; ইত্যাদি।

৪। নাও, লগ আদি শব্দৰ পিচত অৰীয়া প্ৰত্যয় হৈ বিশেষণ শব্দ হয়। নাও+অৰীয়া=নাৱৰীয়া, লগ+অৰীয়া=লগৰীয়া ; ইত্যাদি।

৫। থকা অৰ্থত কোনো ২ সংজ্ঞা শব্দত অলীয়া প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :—গাওঁ+অলীয়া=গাৱঁলীয়া ; ইত্যাদি।

৬। থকা বা যুক্ত অৰ্থত কোনো ২ সংজ্ঞা শব্দৰ পিচত আল প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :—নেজ+আল=নেজাল, নোম+আল=নোমাল, খং+আল=খঙাল, হাবি+আল=হাবিয়াল, পেট+আল=পেটাল, বিষ+আল=বিষাল ; ইত্যাদি।

৭। গুণ বা স্বভাৱ বুজোৱা অৰ্থত শব্দৰ পাচত আলি প্ৰত্যয় হয়। যেনে :—দুষ্ট+আলি=দুষ্টালি, বান্দৰ+আলি=বান্দৰালি ; ইত্যাদি।

৮। অধিকাৰ থকা অৰ্থ বুজাবলৈ বাপ্ শব্দত অতী বা অতীয়া প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :— বাপ্+অতী=বাপতী, বাপ্ অতীয়া=বাপতীয়া ; ইত্যাদি।

৯। যুক্ত অৰ্থ বুজোৱা কোনো কোনো ব্যঞ্জনান্ত শব্দৰ পাচত আ প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :—জঁাপৰ+আ=জঁাপৰা, জাবৰ+আ=জাবৰা ; ইত্যাদি।

১০। স্বভাৱ অৰ্থত বৰ শব্দৰ পাচত আই প্ৰত্যয় হয়। যেনে :—বৰ+আই=বৰাই।

১১। পাৰক অৰ্থত যুঁজ শব্দৰ পিচত আৰু প্ৰত্যয় হয়। যেনে :—যুঁজ+আৰু=যুঁজাৰু।

১২। কাৰ্য্য কৰোঁতাক বুজাবলৈ সংজ্ঞা বা কৃদন্ত শব্দৰ পিচত ইয়াৰ প্ৰত্যয় হৈ সংজ্ঞা শব্দ হয়। যেনে :—মাগন+ইয়াৰ=মাগনিয়াৰ।

১৩। যোগ্যতা অৰ্থত সংজ্ঞা শব্দৰ পিচত ইলা প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :—কাম+ইলা=কামিলা; ইত্যাদি।

১৪। সজা, সম্বন্ধ আদি থকা অৰ্থত সংজ্ঞা শব্দৰ পিচত ঈ প্ৰত্যয় হৈ দীৰ্ঘ ঈকাৰান্ত সংজ্ঞা শব্দ হয়। যেনে :—কঁাহ+ঈ=কঁাহী, পিতল+ঈ=পিতলী পাঞ্জাব+ঈ=পাঞ্জাবী; কাকত+ঈ=কাকতী; ইত্যাদি।

১৫। খোৱা, যুক্ত, সম্বন্ধ, উৎপন্ন, সদৃশ, উত্তৰ আদি অৰ্থত কেতবোৰ সংজ্ঞা শব্দৰ পিচত ঈয়া প্ৰত্যয় হয়। যেনে :—কানি+ঈয়া=কানীয়া, পানী+ঈয়া=পনীয়া, সমান+ঈয়া=সমনীয়া, মাটি+ঈয়া=মটীয়া, নাল+ঈয়া=নলীয়া, অসম+ঈয়া=অসমীয়া, লোণ+ঈয়া=লুণীয়া, ঢোল+ঈয়া=ঢুলীয়া, গোচৰ+ঈয়া=গোচৰীয়া; ইত্যাদি।

(১) সুখ বা দুখ শব্দৰ পিচত ঈয়া বা ঈ প্ৰত্যয় হয়। যেনে :—সুখীয়া, সুখী, দুখীয়া, দুখী; ইত্যাদি।

(২) কৰ্ম্মধাৰয় সমাসৰ দ্বাৰা অন্য এটা শব্দে সৈতে লগলগা মাহ শব্দৰ পিচত ঈয়া প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :— জেঠমাহ+ঈয়া=জেঠমহীয়া, চতমাহ+ঈয়া=চতমহীয়া; ইত্যাদি।

১৬। থকা অৰ্থ বুজোৱা কোনো কোনো সংজ্ঞা শব্দ পিচত ইয়াল প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :— মৰম+ইয়াল=মৰমিয়াল, সাহ+ইয়াল=সাহিয়াল; ইত্যাদি।

১৭। ৰবকৈ বত খোৱা অৰ্থত দন্দ শব্দৰ পিচত উৰা প্ৰত্যয় হৈ বিশেষণ হয়; যেনে :— দন্দ+উৰা=দন্দুৰা।

বিশেষণ বা ক্রিয়া বিশেষণ হয় ; বিশেষণ বা সংখ্যাবাচক শব্দৰ পৰা গুণ-বোধক শব্দ হয় ; আৰু সৰ্ব্বনামৰ পৰা বিশেষণ আদি বেলেগ ২ শব্দ হয়।

৩। একেলগে অধিক থকা অৰ্থত বন আদি শব্দৰ পিচত অনি প্ৰত্যয় হৈ সংজ্ঞা শব্দ হয়। যেনে :—কাঠ+অনি=কাঠনি, বাঁহ+অনি=বাঁহনি, গছ+অনি=গছনি, হাবি+অনি=হাবিয়নি ; ইত্যাদি।

৪। নাও, লগ আদি শব্দৰ পিচত অৰীয়া প্ৰত্যয় হৈ বিশেষণ শব্দ হয়। নাও+অৰীয়া=নাৱৰীয়া, লগ+অৰীয়া=লগৰীয়া ; ইত্যাদি।

৫। থকা অৰ্থত কোনো ২ সংজ্ঞা শব্দত অলীয়া প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :—গাওঁ+অলীয়া=গাৱঁলীয়া ; ইত্যাদি।

৬। থকা বা যুক্ত অৰ্থত কোনো ২ সংজ্ঞা শব্দৰ পিচত আল প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :—নেজ+আল=নেজাল, নোম+আল=নোমাল, খং+আল=খঙাল, হাবি+আল=হাবিয়াল, পেট+আল=পেটাল, বিষ+আল=বিষাল ; ইত্যাদি।

৭। গুণ বা স্বভাৱ বুজোৱা অৰ্থত শব্দৰ পাচত আলি প্ৰত্যয় হয়। যেনে :—দুষ্ট+আলি=দুষ্টালি, বান্দৰ+আলি=বান্দৰালি ; ইত্যাদি।

৮। অধিকাৰ থকা অৰ্থ বুজাবলৈ বাপ্ শব্দত অতী বা অতীয়া প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :— বাপ্+অতী=বাপতী, বাপ্+অতীয়া=বাপতীয়া ; ইত্যাদি।

৯। যুক্ত অৰ্থ বুজোৱা কোনো কোনো ব্যঞ্জনান্ত শব্দৰ পাচত আ প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :—জঁাপৰ+আ=জঁাপৰা, জাবৰ+আ=জাবৰা ; ইত্যাদি।

১০। স্বভাৱ অৰ্থত বৰ শব্দৰ পাচত আই প্ৰত্যয় হয়। যেনে :—বৰ+আই=বৰাই।

১১। পাৰক অৰ্থত যুঁজ শব্দৰ পিচত আক প্ৰত্যয় হয়। যেনে :— যুঁজ+আক=যুঁজাক।

১২। কাৰ্য্য কৰোঁতাক বুজাবলৈ সংজ্ঞা বা কৃদন্ত শব্দৰ পিচত ইয়াৰ প্ৰত্যয় হৈ সংজ্ঞা শব্দ হয়। যেনে :—মাগন+ইয়াৰ=মাগনিয়াৰ।

১৩। যোগ্যতা অৰ্থত সংজ্ঞা শব্দৰ পিচত ইলা প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :—কাম+ইলা=কামিলা ; ইত্যাদি।

১৪। সজা, সম্বন্ধ আদি থকা অৰ্থত সংজ্ঞা শব্দৰ পিচত ঈ প্ৰত্যয় হৈ দীৰ্ঘ ঈকাৰান্ত সংজ্ঞা শব্দ হয়। যেনে :—কাঁহ+ঈ=কাঁহী, পিতল+ঈ=পিতলী পাঁজাৰ+ঈ=পাজাৰী ; কাকত+ঈ=কাকতী ; ইত্যাদি।

১৫। খোৱা, যুক্ত, সম্বন্ধ, উৎপন্ন, সদৃশ, উত্তৰ আদি অৰ্থত কেতবোৰ সংজ্ঞা শব্দৰ পিচত ঈয়া প্ৰত্যয় হয়। যেনে :—কানি+ঈয়া=কানীয়া, পানী+ঈয়া=পনীয়া, সমান+ঈয়া=সমনীয়া, মাটি+ঈয়া=মটীয়া, নাল+ঈয়া=নলীয়া, অসম+ঈয়া=অসমীয়া, লোণ+ঈয়া=লুণীয়া, ঢোল+ঈয়া=ঢুলীয়া, গোচৰ+ঈয়া=গোচৰীয়া ; ইত্যাদি।

(১) সুখ বা দুখ শব্দৰ পিচত ঈয়া বা ঈ প্ৰত্যয় হয়। যেনে :— সুখীয়া, সুখী, দুখীয়া, দুখী ; ইত্যাদি।

(২) কৰ্ম্মধাৰয় সমাসৰ দ্বাৰা অন্য এটা শব্দে সৈতে লগলগা মাহ শব্দৰ পিচত ঈয়া প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :— জেঠমাহ+ঈয়া=জেঠমহীয়া, চতমাহ+ঈয়া=চতমহীয়া ; ইত্যাদি।

১৬। থকা অৰ্থ বুজোৱা কোনো কোনো সংজ্ঞা শব্দ পিচত ইয়াল প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :— মৰম+ইয়াল=মৰমিয়াল, সাহ+ইয়াল=সাহিয়াল ; ইত্যাদি।

১৭। ৰৰকৈ ৰত খোৱা অৰ্থত দন্দ শব্দৰ পিচত উৱা প্ৰত্যয় হৈ বিশেষণ হয় ; যেনে :— দন্দ+উৱা=দন্দুৱা।

১৮। কৰা, খোৱা, যুক্ত, সদৃশ, সম্বন্ধ আদি অৰ্থত কোনো কোনো ব্যঞ্জনান্ত বা অবৰ্ণান্ত শব্দৰ পিচত উৱা প্ৰত্যয় হয়। যেনেঃ ভাত+উৱা=ভতুৱা, বন+উৱা=বনুৱা, গাঁত+উৱা=গঁতুৱা, পাত+উৱা=পতুৱা, ঘৰ+উৱা=ঘৰুৱা, এলাহ+উৱা=এলেহুৱা ; ইত্যাদি।

(১) উৎপন্ন হোৱা অৰ্থত বহাগ, জেঠ, আহাৰ আৰু মাঘ শব্দৰ পিচত উৱা, আৰু শাওন, ভাদ, আহিন, কাতি, আঘোন, পুহ শব্দৰ পিচত ঈয়া প্ৰত্যয় হয়। যেনে ঃ— জেঠ+উৱা=জেঠুৱা, মাঘ+উৱা=মাঘুৱা, ভাদ+ঈয়া=ভদীয়া ইত্যাদি। কিন্তু ফাগুন শব্দৰ পিচত আ বা ঈয়া প্ৰত্যয় হয়। যেনে ফাগুনা, ফাগুনীয়া।

১৯। থকা অৰ্থত ভিতৰ শব্দৰ পাচত উৱাল প্ৰত্যয় হৈ বিশেষণ হয়। যেনেঃ — ভিতৰ+উৱাল=ভিতৰুৱাল।

২০। ব্যঞ্জনবৰ্ণ, ইবৰ্ণ, উবৰ্ণ, ওকাৰ বা অকাৰান্ত সংযোগী আখৰ শেহত থকা বিশেষণ, সংজ্ঞা বা সংখ্যা বাচক শব্দৰ পিচত এ, আৰু অকাৰ, বা একাৰান্ত শব্দৰ পিচত ই প্ৰত্যয় হৈ ক্ৰিয়া বিশেষণ হয়। যেনে ঃ—ভাল+এ=ভালে, শীঘ্ৰ+এ=শীঘ্ৰে, [illegible]এ=ঠুৰিয়ে, বাম+এ=বামে, গা+ই=গাই ; ইত্যাদি।

২১। হাল, জাল আদি কেতবোৰ শব্দৰ পিচত ওৱা প্ৰত্যয় হয়। যেনে ঃ— হাল+ওৱা=হালোৱা, জাল+ওৱা=জালোৱা ; ইত্যাদি।

২২। পাৰক অৰ্থত কথা শব্দৰ পাচত কি প্ৰত্যয় হয় আৰু কথাৰ আকাৰ লোপ হয়। যেনে ঃ— কথা+কি=কথকি।

২৩। উদ্ভৱ হোৱা অৰ্থত আগ, পাচ, শেহ আদি শব্দ, আৰু থকা অৰ্থত তল শব্দৰ পিচত তীয়া প্ৰত্যয় হয়। যেনে ঃ— আগ+তীয়া=আগতীয়া, পাচ+তীয়া=পাচতীয়া, শেহ+তীয়া=শেহতীয়া, তল+তীয়া=তলতীয়া ; ইত্যাদি।

২৪। পৰিমাণ অৰ্থত যি, সি, কি আদি শব্দ, আৰু অনিশ্চয় অৰ্থত দুদিন, চাৰি দিন আদি শব্দৰ পিচত মান প্ৰত্যয় হয়। যেনে :— কি+মান=কিমান, যি+মান=যিমান, দুদিন+মান=দুদিনমান, চাৰিদিন+মান=চাৰিদিন মান ; ইত্যাদি।

২৫। যুক্ত, সদৃশ আদি অৰ্থত ঐকাৰান্ত শব্দৰ পিচত য়া প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :— আথৈ+য়া=আথৈয়া ; ইত্যাদি।

২৬। থকা অৰ্থত বুধি আৰু পাৰক অৰ্থত খেতি শব্দৰ পিচত 'য়ক' প্ৰত্যয় হয়। যেনে :— বুধি+য়ক=বুধিয়ক, খেতি+য়ক=খেতিয়ক।

২৭। সম্ভ্ৰম অৰ্থত দ্বিতীয় পুৰুষৰ সম্বন্ধ বোধক আকাৰান্ত শব্দৰ পাচত 'ৰা' ব্যঞ্জনান্ত শব্দৰ পাচত 'এৰা' আৰু অন্য স্বৰবান্ত শব্দৰ পিচত 'আঁ' বা 'এৰা' প্ৰত্যয় হয়! যেনে :— মা+ৰা=মাৰা, পুত+এৰা=পুতেৰা, ভাই+এৰা=ভায়েৰা, ভাই+আঁ=ভাইয়াঁ। ইত্যাদি।

(১) তুচ্ছাৰ্থত দ্বিতীয় পুৰুষৰ সম্বন্ধ বোধক আকাৰান্ত শব্দৰ পিচত 'ৰ' আৰু অন্য শব্দৰ পাচত 'এৰ' প্ৰত্যয় হয়। মা+ৰ=মাৰ, পুত+এৰ=পুতেৰ, জী+এৰ=জীয়েৰ ; ইত্যাদি।

(২) তৃতীয় পুৰুষৰ সম্বন্ধ বোধক আকাৰান্তৰ শব্দৰ পাচত 'ক' আৰু অন্য শব্দৰ পাচত 'এক' প্ৰত্যয় হয়। যেনে :— মা+ক=মাক, পুত+এক—পুতেক, জী+এক=জীয়েক ; ইত্যাদি।

২৮। যুক্ত, সদৃশ আদি অৰ্থত ঔকাৰান্ত শব্দৰ পিচত ৰা প্ৰত্যয় হৈ বিশেষণ হয়। যেনে :— মৌ+ৰা=মৌৰা, ঔ+ৰা=ঔৰা; ইত্যাদি।

২৯। দুটাৰ ভিতৰত পৰস্পৰৰ সহায়ে কোনো কাৰ্য্য কৰা অৰ্থত যিহৰ দ্বাৰা তাক কৰোৱা হয়, তাৰে প্ৰথমটোত আ আৰু দ্বিতীয়টোত ই প্ৰত্যয় হয়। যেনে :— হাত+আ+হাত+ই=হতা-হতি, কিন+

আ+কিন+ই=কিনা-কিনি, এই দৰে খোঁচা খুঁচি, ভুহুৰা-ভূকি, খোৰা-খুই ইত্যাদি।

৩০। সংস্কৃত-তদ্ধিত প্ৰত্যয় হৈ সিদ্ধ হোৱা যি বোৰ সংস্কৃত শব্দ সচৰাচৰ অসমীয়া ভাষাত ব্যৱহাৰ হয়, তাৰে কেতবোৰ উদাহৰণ তলত দিয়া হল। যেনেঃ—

দয়া+আলু=দয়ালু,
কৃপা+আলু=কৃপালু,
নিদ্ৰা+আলু=নিদ্ৰালু,
জ্ঞান+ইন্ (ঈ)=জ্ঞানী,
প্ৰতাপ+ইন্ (ঈ)=প্ৰতাপী,
সুখ+ইন্ (ঈ)=সুখী,
গুৰু+ইমন্=গৰিমা,
দীৰ্ঘ+ইমন্=দ্ৰাঘিমা,
মহৎ+ইমন্=মহিমা;
গুৰু+ইষ্ঠ=গৰিষ্ঠ,
ধৰ্ম্মিন্+ইষ্ঠ=ধৰ্ম্মিষ্ঠ,
লঘু+ইষ্ঠ=লঘিষ্ঠ,
বলিন্+ইষ্ঠ=বলিষ্ঠ,
প্ৰশস্য+ইষ্ঠ=শ্ৰেষ্ঠ, জ্যেষ্ঠ,
বৃদ্ধ+ইষ্ঠ=জ্যেষ্ঠ, বষিষ্ঠ,
যুবন্+ইষ্ঠ=কনিষ্ঠ, যবিষ্ঠ
দিবস্+ঈয়=দিবসীয়,
দেশ+ঈয়=দেশীয়,

শ্ৰদ্ধা+আলু=শ্ৰদ্ধালু,
বল+ইন্, (ঈ)=বলী,
ধন+ইন্, (ঈ)=ধনী,
পশু+বৎ=পশুবৎ,
একাদশন্+ড=একাদশ,
দ্বাদশন্+ড=দ্বাদশ,
পিতৃ+ডামহ=পিতামহ,
মাতৃ+ডামহ=মাতামহ,
মাতৃ+ডুল=মাতুল,
গুৰু+তম=[illegible],
লঘু+তম=লঘুতম,
মন্দ+তম=মন্দতম,
শত+তম=শততম,
গুৰু+তৰ=গুৰুতৰ,
লঘু+তৰ=লঘুতৰ,
গুৰু+তা=গুৰুতা,
মনুষ্য+ত্ব=মনুষ্যত্ব,
মনুষ্য+তা=মনুষ্যতা,

বর্গ + ঈয় = বর্গীয়,
বর্ষ + ঈয় = বর্ষীয়,
গুরু + ঈয়স্ = গরীয়ান্,
লঘু + ঈয়স্ = লঘীয়ান,
পিতৃ + কণ্ = পৈতৃক,
শিক্ষা + কণ্ = শিক্ষক,
গো + চ্বৎ = গোবৎ,
জল + চ্বৎ = জলবৎ,
এক + এচ্ = একত্র,
চতুর্ + থ = চতুর্থ,
ষষ্ + থ = ষষ্ঠ,
অন্য + থাচ্ = অন্যথা,
তদ + থাচ = তথা,
যদ্ + থাচ্ = যথা,
সর্ব্ব + থাচ্ = সর্ব্বথা,
তদ্ + থাচ্ = তদা,
এক + দাচ্ = একদা,
সর্ব্ব + দাচ্ = সর্ব্বদা,
জ্ঞান + বৎ = জ্ঞানবান, জ্ঞানবন্ত,
ধন + বৎ = ধনবান ধনবন্ত,
বিদ্যা + বৎ = বিদ্যাবান, বিদ্যাবন্ত,
তপস্ + বিন্ = তপস্বী,
মায়া + বিন্ = মায়াবী,
লঘু + তা = লঘুতা,
সাধু + তা = সাধুতা,
দ্বি + তীয় = দ্বিতীয়,
তৃ + তীয় = তৃতীয়,
গুরু + ত্ব = গুরুত্ব,
পক্ষ + ত্ব = পক্ষত্ব,
ভদ্র + ত্ব = ভদ্রত্ব,
ইদম্ + এচ্ = অত্র,
বন + ময়ট্ = বনময়,
ধন + শালিন্ = ধনশালী,
জ্ঞান + শালিন্ = জ্ঞানশালী,
কুরু + ষ্ণ = কৌরব,
মনু + ষ্ণ = মানব,
বিষ্ণু + ষ্ণ = বৈষ্ণব,
শক্তি + ষ্ণ = শাক্ত,
শিব + ষ্ণ = শৈব,
কোশল + ষ্ণ্য = কৌশল্য,
বিষম + ষ্ণ্য = বৈষম্য,
বীর + ষ্ণ্য = বীর্য্য,
দক্ষ + ষ্ণায়ন = দাক্ষায়ন,
শকট + ষ্ণায়ন = শকটায়ণ,
অর্জ্জুন + ষ্ণি = আর্জ্জুনি,
দশরথ + = ষ্ণি = দাশরথি,

যশস্ + বিন্ = যশস্বী,
আদি + ম = আদিম,
মধ্য + ম = মধ্যম,
সপ্ত + ম = সপ্তম,
শ্ৰী + মৎ = শ্ৰীমান্, শ্ৰীমন্ত,
বুদ্ধি + মৎ = বুদ্ধিমান্ বুদ্ধিমন্ত,
ভক্তি + মৎ = ভক্তিমান্, ভক্তিমন্ত,
জল + ময়ট্ = জলময়,
কাৰ্ত্তিক + ঢেয় = কাৰ্ত্তিকেয়,
গঙ্গা + ঢেয় = গঙ্গেয়,
বল্মীক + ষ্ণি = বাল্মীকি,
সত্যক + ষ্ণি = সাত্যকি,
কায় + ষ্ণিক্ = কায়িক,
দেহ + ষ্ণিক্ = দৈহিক,
মনস্ + ষ্ণিক্ = মানসিক,
শৰীৰ + ষ্ণিক্ = শাৰীৰিক,
মাস + ষ্ণিক্ = মাসিক,
ভাগিনী + ঢেয় = ভাগিনেয়,
ৰাধা + ঢেয় = ৰাধেয়; ইত্যাদি।

## কৃদন্ত প্ৰকৰণ।

কৰ্ত্তৃবাচ্যে ধাতুৰ পাচত পুংলিঙ্গত ওঁতা, আৰু স্ত্ৰীলিঙ্গত অকাৰ বা আকাৰান্ত ধাতুৰ পাচত তী আৰু অন্য ধাতুৰ পাচত অঁতী প্ৰত্যয় হয়; আৰু দুয়ো লিঙ্গত ধাতুৰ পাচত আ প্ৰত্যয় [illegible] যেনে — কৰোঁতা, কৰা, কৰঁতী, দিওঁতা, দিয়া, দিয়ঁতী, শুনোঁতা, শুনা, শুনঁতী, খাওঁতা, খোৱা, খাতী, শোঁতা, শোৱা, শোৱঁতী, ধোঁতা, ধোৱা, ধোৱঁতী; ইত্যাদি।

২। কৰ্ত্তৃবাচ্যে অন্যক পাঁচি কৰোৱা অৰ্থত ধাতুৰ পাচত পুংলিঙ্গত আওঁতা, স্ত্ৰীলিঙ্গত আঁতী, আৰু দুয়ো লিঙ্গতে ওৱা প্ৰত্যয় হয়। যেনেঃ— দিয়াওঁতা, দিওৱা, দিয়াঁতী, কৰাওঁতা, কৰোৱা, কৰাঁতী, শুনাওঁতা, শুনোৱা, শুনাঁতী, শুৱাওঁতা, শুওৱা, শুৱাঁতী, খুৱাওঁতা, খুওৱা খুৱাঁতী; ইত্যাদি।

৩। কৰ্ত্তৃবাচ্যৰ ওঁতা, তী, আঁতী, আওঁতা আৰু আঁতী প্ৰত্যয়ান্ত পদবোৰ বিশেষ্য, আৰু আ আৰু ওৱা প্ৰত্যয়ান্ত পদবোৰ বিশেষণ হয়। যেনেঃ—

| আপুনি কৰা অৰ্থত। | | পাঁচি কৰোৱা অৰ্থত। | |
|---|---|---|---|
| বিশেষ্য | বিশেষণ | বিশেষ্য | বিশেষণ |
| কৰোঁতা, কৰঁতী, | কৰা, | কৰাওঁতা, কৰাঁতী, | কৰোৱা, |
| খাওঁতা, খাতী, | খোৱা, | খুৱাওঁতা, খুৱাঁতী | খুওৱা, |
| গাওঁতা, গাতী, | গোৱা, | গোৱাওঁতা, গোৱাঁতী | গাওৱা; ইত্যাদি। |

৪। কৰ্ত্তৃবাচ্যে আপুনি কৰা অৰ্থত সকলো সকৰ্ম্মক ধাতুৰ পিচত আ আৰু অন্যক পঁচা অৰ্থত ওৱা প্ৰত্যয় হয়। যেনেঃ— খোৱা, খুওৱা, গোৱা, গাওৱা; ইত্যাদি।

৫। কৰ্ম্মবাচ্যে কৃদন্ত পদ কৰ্ম্ম কাৰকৰ বিশেষণ হয়, আৰু কৰ্ম্মটো কৰ্ত্তা কাৰক হৈ উক্ত হলে হবা যা ধাতুৰ সাধ্য ক্ৰিয়াৰ আগত তাক ব্যৱহাৰ কৰে। যেনেঃ— পিন্ধা কাপোৰ, কাপোৰ পিন্ধা হল, ধৰা চৰাই, ব্যাধৰ দ্বাৰা চৰাই ধৰা হৈছে; ইত্যাদি।

৬। ভাব বাচ্যত সকলো ধাতুৰ পিচত আপুনি কৰা অৰ্থত আ, আৰু অন্যক পচা অৰ্থত ওৱা প্ৰত্যয় হয়। যেনেঃ— কৰা, ধৰা, খোৱা, লোৱা, কৰোৱা, ধৰোৱা, ধুওৱা, লওৱা; ইত্যাদি।

৭। ভাব বাচ্যত ব্যঞ্জনান্ত ধাতুৰ পাচত কেতিয়াবা অন বা অনি, আৰু অকাৰান্ত ধাতুৰ পাচত ৱন বা অনি প্ৰত্যয় হয়। যেনেঃ— কৰণ, ধৰণ, বান্ধন, খাৱন, পায়ন, খাওনি, পাওনি; ইত্যাদি।

৮। ভাব বাচ্যত অনুকাৰ শব্দৰ পৰা হোৱা হৰ্-হৰা, গিৰ্-গিৰা আদি ধাতুৰ পাচত অনি প্ৰত্যয় হয় আৰু ধাতুৰ শেহৰ অকাৰৰ

ঠাইত ইকাৰ হয়। যেনেঃ— হুব্-হুবনি, মব্-মবনি, গিব্-গিবনি ইত্যাদি।

৯। ভাৱ বাচ্যৰ পদ বিলাকে ধাতুৰ আপোন অৰ্থ বুজায়, আৰু যেতিয়া কৰ্ম্ম পদ আপোন বিভক্তিত থাকি আন কৰ্ত্তাপদ নেথাকে তেতিয়া ভাৱ-বচ্যৰ পদেই বাক্যৰ কৰ্ত্তা স্বৰূপে ব্যৱহাৰ হয়। যেনেঃ— চোৰ ধৰা হল; ইত্যাদি।

১০। যাৰ দ্বাৰা ক্ৰিয়া কৰা হয়, তাক বুজাবলৈ ধাতুৰ পিচত নী প্ৰত্যয় হয়; আৰু নী প্ৰত্যয় হলে ব্যঞ্জনান্ত ধাতু অকাৰান্ত হয়। যেনেঃ— যাৰ দ্বাৰা বিচে সি বিচনী, যাৰে জনায় সি জাননী; ইত্যাদি।

১১। অসমীয়া ভাষাত যিবোৰ সংস্কৃত কৃদন্ত শব্দৰ ব্যৱহাৰ সচৰাচৰ দেখা যায়, তাৰে কেতবোৰ উদাহৰণ তলত দিয়া হল। যেনে—

(ধাতু+প্ৰত্যয়=ৰচিত শব্দ)।

দিব+অ=দেৱ।

সৃপ+অ=সৰ্প।

প্ৰী+অ=প্ৰিয়।

জল— ধৃ+অ=জলধৰ।

জল— চৰ+অ=জলচৰ।

ভূ— ধৃ+অ=ভূধৰ।

মালা— কৃ+অন=মালাকাৰ।

গ্ৰন্থ— কৃ+অন=গ্ৰন্থকাৰ।

ভূ+অন=ভৱন।

পূ+অন=পৱন।

নী+অন=নয়ন।

মুহ্ + অন = মোহন।

রচি + অন = রচনা।

ঘটি + অন = ঘটনা।

বন্দি + অন = বন্দনা।

কৃ + অনট্ = করণ।

মৃ + অনট্ = মরণ।

দা + অনট্ = দান।

চর + অনট্ = চরণ।

পা + অনট্ = পান।

ভূষ্ + অনট্ = ভূষণ।

স্থা + অনট্ = স্থান।

রম্ + অনীয় = রমণীয়।

কৃ + অনীয় = করণীয়।

গম্ + অনীয় = গমনীয়।

জি + অল্ = জয়।

ভী + অল্ = ভয়।

কৃ + অল্ = কর।

দুর্— লভ্ + অল্ = দুর্লভ।

পরি— শ্রম্ + ইন্ = পরিশ্রমী।

জি + ইন্ = জয়ী।

ভূ + ইন্ = ভাবিন্ (ভাবী)।

ভী + ক্ত = ভীত।

মৃ + ক্ত = মৃত।

নী + ক্ত = নীত।

পূজ + অক = পূজক।

যা + ক্ত = যাত।

বিদ্ + ক্ত = বিদিত।

চল + ক্ত = চলিত।

জন্ + ক্ত = জাত।

বন্ধ্ + ক্ত = বদ্ধ।

ভিদ্ + ক্ত = ভিন্ন।

দা + ক্ত = দীন।

ভাঞ্জ + ক্ত = ভগ্ন।

পূর্ + ক্ত = পূর্ণ।

গা + ক্ত = গীত।

হা + ক্ত = হীন।

ধা + ক্ত = হিত।

গ্রহ্ + ক্ত = গৃহীত।

বচ্ + ক্ত = উক্ত।

পচ্ + ক্ত = পক্ক।

দৃশ্ + ক্তবৎ = দৃষ্টবান্।

লভ্ + ক্তবৎ = লব্ধবান্।

শক্ + ক্তি = শক্তি।

মন্ + ক্তি = মতি।

স্থা + ক্তি = স্থিতি।

বুধ্ + ক্তি = বুদ্ধি।

সম্— তন্ + ক্তি = সন্ততি।

ক্ষি + ক্তি = ক্ষিতি।

ইন্দ্র— জি + ক্বিপ্ = ইন্দ্রজিৎ।

শ্রী— যু + ক্বিপ্ = শ্রীযুৎ।

ভৃ + ক্যপ্ = ভৃত্য।

শাস্ + ক্যপ = শিষ্য।

বিহয়স্— গম্ + খ = বিহঙ্গ।

পত — গম্ + খ = পতঙ্গ।

ভয়— কৃ + খ = ভয়ঙ্কর।

লভ + ঘঞ্ = লাভ।

ত্যজ্ + ঘঞ্ = ত্যাগ।

যুজ্ + ঘণিন্ = যোগী।

পরি— ত্যজ্ + ঘণিন্ = পরিত্যাগী।

বচ্ + ঘ্যণ্ = বাচ্য।

পঠ্ + ঘ্যণ্ = পাঠ্য।

কৃ + ঘ্যণ্ = কার্য্য।

কথি + ঙ = কথা।

ভাষ্ + ঙ = ভাষা।

ভিক্ষ্ + ঙ = ভিক্ষা।

লালস্য + ঙ = লালসা।

অব— স্থা + ঙ = অবস্থা।

বি— জ্ঞা + ড = বিজ্ঞ।

পু— ত্রৈ + ড = পুত্র (পুত্র)।

ভাববোৰ প্ৰবন্ধ আকাৰে লিখিবলৈ ধৰিলে আৰু কালত সেই প্ৰবন্ধ বোৰেইগৈ পুস্তকত পৰিণত হল।

এতেকে সকলো গ্ৰন্থ কেইটামান স্বকীয়া প্ৰবন্ধৰ সমষ্টি মাথোন আৰু ৰচেতাৰ পাৰ্গতালি অনুসাৰে সি গভীৰ ভাব পূৰ্ণ ৰসময় নাইবা অৰ্থ বিহীন কৰ্কশ হব পাৰে। আমি কোনো বিষয়ে মুখেৰে কবলৈ গলে, যেই সেই প্ৰকাৰে মনৰ ভাব প্ৰকাশ কৰিব পাৰিলেই হয়, কিন্তু সেই বিষয়লৈ লিখিব লাগিলে লিখকৰ তেতিয়া ভাব-চিন্তা, জ্ঞান আদিৰ বিশেষ দৰকাৰ। সামান্য চিঠি এখন লিখোতে অনেক দোষ ঘটিব পাৰে। তাতে যি মনত পৰে তাকে লিখিলে তাক পঢ়োঁতাৰ মনত বা শুনোঁতাৰ কাণত ভাল নালাগিব পাৰে, আৰু কেতিয়াবা তাৰ ভাবকে বুজিব নোৱাৰা হয়। ৰচনাত লিখকৰ তাতকৈ বহু বেচি ভাব-চিন্তা, জ্ঞান আদিৰ আৱশ্যক।

ৰচনাত শব্দ পাতিব ভালকৈ জানিব লাগিব, নহলে ই নিচেই লেতেৰা হয়। শব্দও বহুত ৰকমৰ আছে। যেনেঃ—কোমল শব্দ, কঠিন শব্দ, চলিত শব্দ, দুৰূহ আভিধানিক শব্দ, সংস্কৃত শব্দ, সংযুক্ত শব্দ; ইত্যাদি। কোমল শব্দৰ লগত কোমল শব্দ, কৰ্কশ শব্দৰ লগত কৰ্কশ বা সংযুক্ত শব্দ পাতিব লাগে। তাৰ বিপৰীত হৈ চলিলে, কোমল শব্দৰ লগত কৰ্কশ শব্দ দিলে, ৰচনা ভাল নহয়। আদিৰেপৰা ৰচনাত যি ৰকম শব্দ পতা যায়, গোটেই ৰচনাটোতে যথাসম্ভৱে তেনে শব্দহে ব্যৱহাৰ কৰা উচিত।

ৰচনাত যিমানে পাৰি সিমানে চলিত কোমল শব্দই পতা ভাল আৰু কাৰণ বিশেষে কৰ্কশ শব্দও ব্যৱহাৰ কৰিব লাগে। শিক্ষক, গুৰুজন, ৰজা, তিৰোতা, লৰা—ছোৱালীয়ে কোৱা কথা

হলে, তাত কোমল শব্দৰ ব্যৱহাৰ কৰাই ভাল, আৰু ক্ৰোধ আদি ভাব প্ৰকাশত কৰ্কশ শব্দত ব্যৱহাৰ কৰিব লাগে। তাত নানা তৰহৰ শব্দ পাতিলে, দ-বাম বাটত পথিকে খোজ কাঢ়োঁতে উজুটি খোৱাৰ দৰে পাঠকে তাক পঢ়োঁতে অসুবিধা পায় আৰু ৰচনাও মধুৰ নুশুনি।

এনে শব্দ বহুত আছে যে তাৰ দুটা বা অধিক শব্দৰ অৰ্থ দেখোঁতে একে যেন লাগে; কিন্তু তাৰ প্ৰত্যেকটোকে স্বতন্ত্ৰ ঠাইত পতা নিয়ম। তেনেবোৰ শব্দ যেই সেই ঠাইত বহুৱালে কেতিয়াবা তাৰ একো অৰ্থই নহব পাৰে। জেকা আৰু সেমেকা— ইহঁত দুয়োৰে অৰ্থ একে। কিন্তু জেকা কাপোৰ আৰু ভেটিটোত সেমেকা লাগিছে' এনে লিখানো কোনে পঢ়িবলৈ বা শুনিবলৈ ভাল পাব নাইবা তাৰ অৰ্থইবা কি হব। আৰু এনে শব্দও বহুত আছে যে তাক পতাৰ ঠাই বিশেষে একেটা শব্দই বেলেগ বেলেগ ভাব প্ৰকাশ কৰে। তাক বিশেষকৈ ধৰ্ম্ম-কিতাপ, বিজ্ঞান বা বুৰঞ্জীমুলক বিষয় লিখাত ব্যৱহাৰ কৰা ভাল নহয়। 'শঙ্খ, চক্ৰ, গদা, পদ্ম, কৰত তোমাৰ' সাধাৰণ বহুতে ইয়াৰ 'কৰত'ৰ অৰ্থ 'হাতত' নকৰি 'কাঠফলা লোৰ কৰত' কৰা শুনা যায়। এতেকে এনেবোৰ শব্দ পাতোঁতে বৰ সাৱধান হব লাগে।

অকল শব্দ পতাৰ গুণত যে ৰচনা বসাল হয়, এনেও নহয়; বাক্য গঁথাতো কিছু কথা আছে। বেচি ভাগ বিষয়তে কোমল চলিত শব্দেৰে চুটি বাক্য পৰি-পাটীকৈ পাতিলে ৰচনা ভাল হয়। তেতিয়া হলে শব্দ সহজে বিচাৰি পোৱা যায়, মনৰ ভাব সুকলমে প্ৰকাশ কৰিব পাৰি আৰু তাক পঢ়োঁতেও একো অসুবিধা পোৱা নাযায়। সকলোঠাইতে

বিহয়স্— গম্ + ড = বিহগ ।
কৃ + ণক = কারক ।
পঠ্ + ণক = পাঠক ।
যুজ্ + ণক = যোজক ।
ঘট্ + ণিচ্ = ঘটি ।
পঠ্ + ণিচ্ = পাঠি ।
পা + ণিচ্ = পালি ।
দৃশ + ণিচ্ = দর্শি ।
অধি— ই + ণিচ্ = অধ্যাপি ।
হন্ + ণিচ্ = ঘাটি ।
ঋ + ণিচ্ = অর্পি ।
দৃশ্ + ণিন্ = দর্শী ।
গ্রহ + ণিন্ = গ্রাহী ।
অধি— কৃ + ণিন্ = অধিকারী ।
দা + ণিন্ = দায়ী ।
বি— রুধ + ণিন্ = বিরোধী ।
কৃ + তব্য = কর্ত্তব্য ।
দা + তব্য = দাতব্য ।
বচ্ + তব্য = বক্তব্য ।
নী + তব্য = নেতব্য ।
গম্ + তব্য = গন্তব্য ।
কৃ + তৃ = কর্ত্তা ।
দা + তৃ = দাতা ।

বি— ধা + তৃ = বিধাতা ।
জি + তৃ = জেতা ।
কৃ + মন্ = কৰ্ম্মন ।
ধৃ + মন্ = ধৰ্ম্মন ।
মৃগ্ + যক্ = মৃগয়া ।
কৃ + যক্ = ক্ৰিয়া ।
বিদ্ + যক্ = বিদ্যা ।
শী + যক্ = শয্যা ।
লুভ্ + যঙ্ = লোলুপ্য ।
লস্ + যঙ্ = লালস্য ।
চল্ + যঙ্ = চঞ্চল্য ।
কিত্ + মন্ = চিকিৎস্ ।
মান্ + মন্ = মীমাংস ।
লভ্ + মন্ = লিপ্স্ ; ইত্যাদি ।

## ৰচনা প্ৰকৰণ ।

কোনো বিষয়ে সাজি বা গাঁথি লিখাৰ নাম ৰচনা । ৰচনাক প্ৰবন্ধও বোলে । কোনো বিষয়ে বৰ্ণনা কৰি পোন প্ৰথমে তাক প্ৰবন্ধ আকাৰে লিখে আৰু কেইটামান প্ৰবন্ধ গোট খুৱালে কিতাপ এখন যুগুত হয় । আদিতে মানুহ যেতিয়া উলঙ্গ অৱস্থাত আছিল আৰু অলপো লিখা পঢ়া নেজানিছিল ; আনকি যেতিয়া তেওঁলোকৰ আখৰ বোলা এটা বস্তুৱেই নাছিল তেতিয়া কিতাপ, শাস্ত্ৰ আদি মানুহৰ একো নাছিল । আখৰ আবিষ্কৃত হোৱাৰ পাচত মানুহে মনৰ

কিন্তু এই নিয়ম নাখাটিবও পাৰে । কাৰো মনৰ বিকাৰ আদি ভাব বৰ্ণাব লাগিলে তেওঁৰ ভাবৰ লগে লগে বাক্য বোৰেও যেন উঠা-নমা কৰে, এনে হব লাগে । যেতিয়া মনৰ উগ্ৰতা বাঢ়ি যায়, তেতিয়া বাক্য বোৰ দীঘলীয়া হৈ যোৱা ভাল; যেতিয়া ভাবৰ গতি ক্ৰমে ধীৰ হৈ যায়, তেতিয়া তাক ক্ৰমে চুটি কৰি আনিব লাগে ।

বহুত লিখকে, বোধ কৰোঁ, নিজৰ পাৰ্গতালি দেখুৱাবৰ নিমিত্তে বাক্যত মাজে মাজে ভাব লুকাই ৰাখে; কিন্তু তেনে কৰাও প্ৰশংসনীয় নহয় । ৰচনা সৰ্ব্ব সাধাৰণে বুজিব পৰা হব লাগে । এই দৰে লুকাই ৰাখিলে বহুতে তাৰ ভাব বুজিব নোৱাৰে আৰু পঢ়িবলৈও ভাল নাপায় । সদায় চকুৰে দেখা বিষয় বোৰ সৰল ভাষা আৰু ভাবত লিখিলে ভাল, আৰু একো একো বিষয় গভীৰ ভাব পূৰ্ণও হব লাগে । জন্তু, ঠাই, ধৰ্ম্ম, বিজ্ঞান আদি বিষয় বোৰ উজু ভাষা আৰু ভাবত চুটি বাক্যেৰে বৰ্ণোৱা ভাল । বিদ্যা, পৰিশ্ৰম, উপদেশ আদি বিষয় বোৰত ভাব গধুৰ আৰু নীতি উপদেশ পূৰ্ণ হলে ৰচনা ভাল আৰু ৰসাল হয় ।

যিমানে পাৰি সিমানে অলপ কথাত ভাব বোৰ প্ৰকাশ কৰিব লাগে । যি কথা চাৰিটা শব্দেৰে প্ৰকাশ কৰিব পাৰি তাত অধিক শব্দ ব্যৱহাৰ কৰাৰ একো সকাম নাই; বৰং তাক পঢ়োঁতা বা শুনোঁতা বিলাকৰ মনত বিৰক্তি ভাব হে জন্মে ।

আগেয়ে কৈ অহা হৈছে যে ধৰ্ম্ম, বিজ্ঞান, বুৰঞ্জী মূলক আদি বিষয়ৰ ৰচনাত বেলেগ বেলেগ ভাব আৰু অৰ্থ বুজোৱা শব্দ পতা সঙ্গত নহয় । সেই দৰে তাত উপকথাও ব্যৱহাৰ নালাগে । উপকথা সাৰহীন । তাৰ পৰা ৰচনা গধুৰ, ভাব পূৰ্ণ, মধুৰ হওক নেলাগে,

তাত বেমেজালিহে ঘটে। বিৰক্তি লগা মনক সান্ত্বনা দিবলৈ বা অকণ মতিৰ লৰা-ছোৱালীক বুজনি দিবলৈ জ্ঞানীয়ে উপকথাৰ আশ্ৰয় লয়। ৰচনাৰ বিষয় চাই ভাৱ আৰু নিয়মলৈ চকু ৰাখিব লাগে।

ৰচনাত লক্ষ ভ্ৰষ্ট হলে ই গোটেই বেয়া হৈ পৰে। কিছুমান লিখকে এটা বিষয় লিখিবলৈ গৈ আন বিষয়ত খটা যোজনা দি বা তাৰেই এটা সামান্য অংশ বেচিকৈ বৰ্ণনা কৰি আচল লাগতিয়াল ভাগবোৰ তেনেই এৰি যায়। পানী লগাৰ দাৰু খৰত ঘঁহাৰ দৰে যৰ পৰা একো শুৱলা নহৈ ৰচনা বেয়াহে হয়।

ৰচনাত কুট বা চিন বোৰ নিয়মিত ঠাইত দিব লাগে। অন্যান্য বিষয়ত ভাল হোৱা ৰচনাতো যদি উচিত ঠাইত কুট নবহে তেন্তে তাক অৰ্থহীন, ভাবহীন আদি দোষে ধৰে আৰু তাক পঢ়োঁতা বা শুনোঁতা বিলাকে বুজিও নাপায়। বৰ্ণ শুদ্ধি হোৱাও ৰচনাৰ এটা বৰ আৱশ্যকীয় বিষয়।

## ৰচনা শিকাৰ উপায়।

ৰচনা থাইকৈ তিনি প্ৰকাৰ:—

১। বৰ্ণোৱা ৰচনা।

২। বুৰঞ্জী মূলক ৰচনা।

৩। ভাৱ আৰু কল্পনা পূৰ্ণ ৰচনা।

ঠাই, জন্তু, বস্তু আদি বিষয়ৰ বিবৰণাদি লেখিলে প্ৰথম শ্ৰেণীৰ ৰচনা হয়। কোনো ঘটনা বা জীৱনী আদি বৰ্ণোৱাক বুৰঞ্জী মূলক ৰচনা, আৰু চিন্তা, কল্পনা আদিত নিৰ্ভৰ কৰি ভাব, গুণ আদি বোধক বিষয় বৰ্ণোৱাক তৃতীয় শ্ৰেণীৰ ৰচনা বুলি ধৰা হয়। বৰ্ণোৱা ৰচনা

আৰু বুৰঞ্জী মূলক ৰচনা হয়। প্ৰায় একে জাতীয় আৰু কেতিয়াবা কেতিয়াবা একেটা ৰচনাত দুয়োৰো মিলন দেখা যায়। তৃতীয় বিধৰ ৰচনাত যোজনা দিবৰ নিমিত্তে বা মনৰ ভাব ফুটাই প্ৰকাশ কৰিবৰ নিমিত্তে বৰ্ণোৱা ৰচনা আৰু বুৰঞ্জী মূলক ৰচনাৰ আশ্ৰয় লব লগা হয়।

ৰচনা শিকাৰ আৰম্ভণতে সদায় দেখি থকা জন্তু বা বস্তুৰ বিষয়ে ৰচনা লিখি তাত ভালকৈ জ্ঞান জন্মিলে বুৰঞ্জী মূলক ৰচনা, আৰু তাৰ পাচত ক্ৰমে ক্ৰমে আলোচ্য বিষয়ৰ ৰচনা লিখিবলৈ আৰম্ভ কৰিব লাগে।

কোনো বিষয়ে ৰচনা লিখাৰ আগেয়ে সেই সম্বন্ধে যি যি বৰ্ণোৱা হব তাক বেলেগ বেলেগ ভাগ-বিভাগ কৰি কাকত এখনত টুকি লব লাগে, আৰু লিখোঁতে এই প্ৰত্যেক ভাগক একোটা খণ্ড বা পাৰাগ্ৰাফ কৰি লিখিব লাগে। তাকে কৰিলে লিখোঁতাৰ লক্ষ ঠিক থাকে, আলগতিয়াল কথা ৰচনাত সোমোৱাৰ ভয় নাই আৰু আচল কোনো ভাগ ভুলতে এৰাও নপৰে। কি দৰে [illegible] ভাগ-বিভাগ কৰিলে লিখকৰ সুবিধা হয়, তাৰে কেইটা মান উদাহ[illegible] তলত দিয়া হল।

## ঠাই বিষয়।

১। নাম, নামৰ অৰ্থ আৰু সেই নাম পোৱাৰ কাৰণ (যদি কিবা থাকে)।

২। স্থিতিঃ—

(ক) সীমা আৰু মাটি কালি।

(খ) কোন দেশ, প্ৰদেশ আৰু জিলাত।

(গ) সদৰ ঠাই বা ৰাজধানীৰ পৰা দূৰত্ব।

(ঘ) কি নৈৰ পাৰত বা ৰেল-ষ্টেচনৰ পৰা দূৰত্ব।

৩। প্ৰাকৃতিক বিবৰণঃ—সৌন্দৰ্য্য, সমভূমি, সানভূমি, পৰ্ব্বত, নদী আদি।

৪। বিশেষ বিবৰণঃ—

(ক) প্ৰধান ব্যৱসায় আৰু খেতি।

(খ) উৎপন্ন, আকৰিক, শিল্প, ৰপ্তানী আৰু আমদানী বস্তু।

(গ) ৰেল আৰু জাহাজৰ বাট, গাড়ী চলা আলি-বাট আদি।

(ঘ) বেপাৰৰ ঠাই, বিখ্যাত ঠাই, মন্দিৰ, চৰকাৰী ঘৰ, স্কুল, পুখুৰী, দলং, বজাৰ হাট আদি।

(ঙ, অধিবাসী, জাতি, ধৰ্ম্ম, জন্তু, ভাষা আদি।

৫। ঐতিহাসিক বিবৰণ।

৬। ৰাজকীয় বিবৰণ (বিভাগ, জিলা, নগৰ, ৰাজধানী, শাসন প্ৰণালী আদি)।

৭। বৰ্ত্তমান আৰু পুৰণি অৱস্থা বিজনি।

জন্তু-বিষয়।

১। আকাৰ, বৰণ আদি।

২। জন্ম ঠাই

৩। জাতি-প্ৰকাৰ আদিঃ— ঘৰচীয়া, বনৰীয়া, অণ্ডজ-স্তন্যপায়ী, মেৰুদণ্ডী-মেৰুদণ্ড-বিহীন, শ্ৰেণী আদি।

৪। আহাৰ।

৫। স্বভাৱঃ—হিংস্ৰুক-নিৰীহ, নখ, দাঁত, খুৰা আদি; বাসকৰা, পোহ্মালি জন্মৰ ৰাৰ প্ৰণালী আদি।

৬। আৱশ্যকতা।

৭। অপকাৰিতা।

৮। উপসংহাৰ।

আৰু বুৰঞ্জী মূলক ৰচনা দুয়ো প্ৰায় একে জাতীয় আৰু কেতিয়াবা কেতিয়াবা একেটা ৰচনাত দুয়োৰো মিলন দেখা যায়। তৃতীয় বিধৰ ৰচনাত যোজনা দিবৰ নিমিত্তে বা মনৰ ভাব ফুটাই প্ৰকাশ কৰিবৰ নিমিত্তে বৰ্ণোৱা ৰচনা আৰু বুৰঞ্জী মূলক ৰচনাৰ আশ্ৰয় লব লগা হয়।

ৰচনা শিকাৰ আৰম্ভণতে সদায় দেখি থকা জন্তু বা বস্তুৰ বিষয়ে ৰচনা লিখি তাত ভালকৈ জ্ঞান জন্মিলে বুৰঞ্জী মূলক ৰচণা, আৰু তাৰ পাচত ক্ৰমে ক্ৰমে আলোচ্য বিষয়ৰ ৰচনা লিখিবলৈ আৰম্ভ কৰিব লাগে।

কোনো বিষয়ে ৰচনা লিখাৰ আগেয়ে সেই সম্বন্ধে যি যি বৰ্ণোৱা হব তাক বেলেগ বেলেগ ভাগ-বিভাগ কৰি কাকত এখনত টুকি লব লাগে, আৰু লিখোঁতে এই প্ৰত্যেক ভাগক একোটা খণ্ড বা পাৰাগ্ৰাফ কৰি লিখিব লাগে। তাকে কৰিলে লিখোঁতাৰ লক্ষ ঠিক থাকে, আলগতিয়াল কথা ৰচনাত সোমোৱাৰ ভয় নাই আৰু আচল কোনো ভাগ ভুলতে এৰাও নপৰে। কি দৰে [illegible] ভাগ-বিভাগ কৰিলে লিখকৰ সুবিধা হয়, তাৰে কেইটা মান উদাহ[illegible] তলত দিয়া হল।

### ঠাই বিষয়।

১। নাম, নামৰ অৰ্থ আৰু সেই নাম পোৱাৰ কাৰণ (যদি কিবা থাকে)।

২। স্থিতিঃ—

(ক) সীমা আৰু মাটি কালি।

(খ) কোন দেশ, প্ৰদেশ আৰু জিলাত।

(গ) সদৰ ঠাই বা ৰাজধানীৰ পৰা দূৰত্ব।

(ঘ) কি নৈৰ পাৰত বা ৰেল-ষ্টেচনৰ পৰা দূৰত্ব।

৩। প্ৰাকৃতিক বিৱৰণঃ—সৌন্দৰ্য্য, সমভূমি, মালভূমি, পৰ্ব্বত, নদী আদি।

৪। বিশেষ বিৱৰণঃ—

(ক) প্ৰধান ব্যৱসায় আৰু খেতি।

(খ) উৎপন্ন, আকৰিক, শিল্প, ৰপ্তানী আৰু আমদানী বস্তু।

(গ) ৰেল আৰু জাহাজৰ বাট, গাড়ী চলা আলি-বাট আদি।

(ঘ) বেপাৰৰ ঠাই, বিখ্যাত ঠাই, মন্দিৰ, চৰকাৰী ঘৰ, স্কুল, পুখুৰী, দলং, বজাৰ হাট আদি।

(ঙ, অধিবাসী, জাতি, ধৰ্ম্ম, জন্তু, ভাষা আদি।

৫। ঐতিহাসিক বিৱৰণ।

৬। ৰাজকীয় বিৱৰণ (বিভাগ, জিলা, নগৰ, ৰাজধানী, শাসন প্ৰণালী আদি)।

৭। বৰ্ত্তমান আৰু পুৰণি অৱস্থা বিজনি।

জন্তু-বিষয়।

১। আকাৰ, বৰণ আদি।

২। জন্ম ঠাই

৩। জাতি-প্ৰকাৰ আদিঃ— ঘৰচীয়া, বনৰীয়া, অণ্ডজ-স্তন্যপায়ী, মেৰুদণ্ডী-মেৰুদণ্ড-বিহীন, শ্ৰেণী আদি।

৪। আহাৰ।

৫। স্বভাৱঃ— হিংস্ৰক-নিৰীহ, নখ, দাঁত, খুৰা আদি; বাসকৰা, পোৱালি জন্মোৱাৰ প্ৰণালী আদি।

৬। আৱশ্যকতা।

৭। অপকাৰিতা।

৮। উপসংহাৰ।

### বস্তু-বিষয়।

১। সংজ্ঞা

২। কিহেৰে নিৰ্ম্মিত ?

৩। ঠাই বিশেষে ব্যৱহাৰ।

৪। আৱশ্যকতা।

৫। উপসংহাৰ।

### জীৱনী।

১। জন্মৰ তাৰিখ, ঠাই, বংশ, মাক-বাপেকৰ নাম আদি।

২। বিদ্যা শিক্ষা আৰু সৰুৰে পৰা মনৰ ধাউতি।

৩। জীৱিকাৰ উপায় আৰু সংসাৰ।

৪। জীৱনৰ প্ৰধান ঘটনা আৰু কাম বোৰ।

৫। মৃত্যুৰ বিৱৰণ।

৬। চৰিত্ৰৰ সমালোচনা।

৭। উপসংহাৰ।

### আকাল।

১। সংজ্ঞা।

২। কাৰণ :— খাদ্যৰ অভাৱ, বতৰ, মাটিৰ বিৱৰণ আদি।

৩। আকালৰ সময়ত মানুহৰ দুৰ্গতি।

৪। আকাল হবৰ সম্ভৱ হলে তাৰ পৰা ৰক্ষাৰ উপায় :—

(ক) খাদ্য গোটাইৰখা।

(খ) কামিলাৰ নিমিত্তে কাম সাজুৰখা।

(গ) দান।

(ঘ) চৰকাৰী সহায়।

(ঙ) পঁচা গোটোৰা।

(চ) বেপাৰৰ ভাল বন্দবস্ত কৰা।

৫। আগতে তেনে আকাল নোহোৱাৰ উপায় সজা।

৬। আকালে বিদেশীৰ মৰম বেথা আকৰ্ষণ কৰা।

৭। উপসংহাৰ।

অঙ্গ চালন।

১। সংজ্ঞা।

২। প্ৰকাৰ।

৩। উপকাৰিতা :— তেজ বেগাই চলা-চল, আহাৰজীন, ঘোৰটোপনি, গা শকত-আৱত, স্বাস্থ্যৱৰ্ধন আদি হোৱা; পৰিশ্ৰম, দুখ-ভাগৰ সহিব পৰা হোৱা, আত্মনিৰ্ভৰ শিকা; ইত্যাদি।

৪। আপত্তি :— হঠাৎ দুৰ্ঘটনা ঘটা, সময় আৰু শক্তিৰ ক্ষয়।

৫। দেশ আৰু কালভেদে উপযোগী অঙ্গচালন।

৬। উপ সংহাৰ।

## ১৪। উপসৰ্গৰ বিশেষ বিৱৰণ।

উপসৰ্গ বিলাক যি শব্দেৰে লগ লাগে, তাৰ অৰ্থ কেতিয়াবা গোটেই ওলোটা হয়। কেতিয়াবা অলপ লৰে, কেতিয়াবা আকৌ একেদৰে থাকে আৰু উপসৰ্গৰ আপোনাৰ অৰ্থও একেদৰে নেথাকে। প্ৰ— ডাঙৰ, উত্তম, অতিশয়, আগবাঢ়ি যোৱা ইত্যাদি। যেনে :— প্ৰ+কাশ= প্ৰকাশ, প্ৰ+কৃ=প্ৰকাৰ, প্ৰ+খৰ=প্ৰখৰ, প্ৰ+হৃ=প্ৰহাৰ, প্ৰ+নী= প্ৰণয়, প্ৰ+জন্=প্ৰজা, প্ৰ+চলিত=প্ৰচলিত; ইত্যাদি।

পৰা— অতিশয়, শ্ৰেষ্ঠ হোৱা, অপমান দিয়া, ভঙ্গ ইত্যাদি। যেনে:— পৰা+ক্ৰম্=পৰাক্ৰম, পৰা+জয়=পৰাজয়, পৰা+মৃশ্=পৰামৰ্শ

বস্তু-বিষয়।

১। সংজ্ঞা

২। কিহেৰে নিৰ্ম্মিত ?

৩। ঠাই বিশেষে ব্যৱহাৰ।

৪। আৱশ্যকতা।

৫। উপসংহাৰ।

জীৱনী।

১। জন্মৰ তাৰিখ, ঠাই, বংশ, মাক-বাপেকৰ নাম আদি।

২। বিদ্যা শিক্ষা আৰু সৰুৰে পৰা মনৰ ধাউতি।

৩। জীৱিকাৰ উপায় আৰু সংসাৰ।

৪। জীৱনৰ প্ৰধান ঘটনা আৰু কাম বোৰ।

৫। মৃত্যুৰ বিৱৰণ।

৬। চৰিত্ৰৰ সমালোচনা।

৭। উপসংহাৰ।

আকাল।

১। সংজ্ঞা।

২। কাৰণঃ— খাদ্যৰ অভাৱ, বতৰ, মাটিৰ বিৱৰণ আদি।

৩। আকালৰ সময়ত মানুহৰ দুৰ্গতি।

৪। আকাল হবৰ সম্ভৱ হলে তাৰ পৰা ৰক্ষাৰ উপায়ঃ—

(ক) খাদ্য গোটাইৰখা।

(খ) কামিলাৰ নিমিত্তে কাম সাজুৰখা।

(গ) দান।

(ঘ) চৰকাৰী সহায়।

(ঙ) পঁচা গোটোৱা।

(চ) বেপাৰৰ ভাল বন্দবস্ত কৰা।

৫। আগলৈ তেনে আকাল নোহোৱাৰ উপায় সজা।

৬। আকালে বিদেশীৰ মৰম বেথা আকৰ্ষণ কৰা।

৭। উপসংহাৰ।

অঙ্গ চালন।

১। সংজ্ঞা।

২। প্ৰকাৰ।

৩। উপকাৰিতাঃ—তেজ বেগাই চলা-চল, আহাৰজীন, ঘোৰটোপনি, গা শকত-আৱত, স্বাস্থ্যৱান আদি হোৱা; পৰিশ্ৰম, দুখ-ভাগৰ সহিব পৰা হোৱা, আত্মনিৰ্ভৰ শিকা; ইত্যাদি।

৪। আপত্তিঃ—হঠাৎ দুৰ্ঘটনা ঘটা, সময় আৰু শক্তিৰ ক্ষয়।

৫। দেশ আৰু কালভেদে উপযোগী অঙ্গচালন।

৬। উপ সংহাৰ।

১৪। উপসৰ্গৰ বিশেষ বিৱৰণ।

উপসৰ্গ বিলাক যি শব্দেৰে লগ লাগে, তৰ অৰ্থ কেতিয়াবা গোটেই ওলোটা হয়। কেতিয়াবা অলপ লৰে, কেতিয়াবা আকৌ একেদৰে থাকে আৰু উপসৰ্গৰ আপোনাৰ অৰ্থও একেদৰে নেথাকে। প্ৰ—ডাঙৰ, উত্তম, অতিশয়, আগবাঢ়ি যোৱা ইত্যাদি। যেনেঃ— প্ৰ+কাশ= প্ৰকাশ, প্ৰ+কৃ=প্ৰকাৰ, প্ৰ+খৰ=প্ৰখৰ, প্ৰ+হৃ=প্ৰহাৰ, প্ৰ+নী= প্ৰণয়, প্ৰ+জন্=প্ৰজা, প্ৰ+চলিত=প্ৰচলিত; ইত্যাদি।

পৰা—অতিশয়, শ্ৰেষ্ঠ হোৱা, অপমান দিয়া, ভঙ্গ ইত্যাদি। যেনেঃ— পৰা+ক্ৰম্=পৰাক্ৰম, পৰা+জয়=পৰাজয়, পৰা+মৃশ্=পৰামৰ্শ

পরা + অস্ = পরাস্ত, পরা + ভূ = পরাভব, পরা + গম্ = পরাগ ইত্যাদি।

অপ— বেয়া, অহিত, সামান্য, অল্প, বেলেগ ইত্যাদি। যেনে:— অপ + কৃ = অপকার, অপ + ঘাত্ = অপঘাত, অপ + চি = অপচয়, অপ + মান = অপমান, অপ + রাধ = অপরাধ, অপ + ব্যয় = অপব্যয়, অপ + আদান = অপাদান; ইত্যাদি।

সং— উত্তমরূপে, একেলগে, সর্ব্বপ্রকারে ইত্যাদি। যেনে:— সম্ + গীত = সংগীত, সম্ + যম = সংযম, সম্ + যুজ = সংযোগ সম্ + সৃজ = সংসর্গ, সম্ + সৃ = সংসার ইত্যাদি।

নি— নিষেধ, অভাব, নিশ্চয়, ভিতর, ওপর ইত্যাদি। যেনে:— নি + কট = নিকট, নি + কটাবী = নিকটবীয়া নি + কপট = নিকপটীয়া, নি + কৃ = নিকার, নি + জন = নিজ, নি + দর্শন = নিদর্শন নি + দিশ = নিদেশ, নি + ধন = নিধন; ইত্যাদি।

অব— কমা, তললৈ নমা, অভাব, বেয়া, দূর ইত্যাদি। যেনে:— অব + কাশ = অবকাশ, অব + জ্ঞা = অবজ্ঞা, অব + তৃ = অবতার, অব + সৃ = অবসর, অব + ধা = অবধি, অব + নত = অবনত, অব + বশ্ = অবশ্য, ইত্যাদি।

অনু— পাচ, তুল্য' নীচ ইত্যাদি। যেনে:— অনু + গম্ = অনুগামী, অনু + চর = অনুচর, অনু + কৃ = অনুকারী, অনু + রূপ = অনুরূপ, অনু + যুজ্ = অনুযোগ, অনু + রঞ্জ্ = অনুরক্ত; ইত্যাদি।

নির্— অভাব, বাহির, নিশ্চয়, বিনা ইত্যাদি। যেনে:— নির্ + অপরাধ = নিরপরাধ, নির্ + অস্ত্র = নিরস্ত্র, নির্ + আপদ = নিরাপদ, নির্ + উদ্বেগ = নিরুদ্বেগ, নির্ + নী = নিশ্চয়, নির্ + বন্ = নির্ব্বান, নির্ + ভয় = নির্ভয়; ইত্যাদি।

দুৰ্— মন্দ, কঠিন, দুখ, ক্ষীন, ডাঙৰ, অভাৱ ইত্যাদি। যেনেঃ— দুৰ্+জন=দুৰ্জন, দুৰ্+আচাৰ=দুৰাচাৰ, দুৰ্+উহ=দুৰূহ, দুৰ্+গম্=দুৰ্গ, দুৰ্+ঘোৰ=দোৰ্ঘোৰ, দুৰ্+যুধ্=দুৰ্যোধন, দুৰ্+বল=দুৰ্ব্বল, দুৰ্+মূল্য=দুৰ্ম্মূল্য, দুৰ্+ভগ=দুৰ্ভগা, ; ইত্যাদি।

বি— হীন, অন্য, ভালৰূপে, মন্দ, উত্তম, বিকাৰ ইত্যাদি। যেনেঃ— বি+কৃ=বিকাৰ, বি+ছিদ্=বিচ্ছেদ, বি+ক্রম্=বিক্রম, বি+গৰ্হিত=বিগৰ্হিত, বি+গুণ=বিগুণ, বি+বৰ্ণ=বিবৰ্ণ, বি+চিত্র=বিচিত্র বি+জ্ঞান=বিজ্ঞান, বি+জোখ=বিজোখ, বি+ডম্ব্=বিড়ম্বনা ; ইত্যাদি।

অধি— ওপৰ, প্ৰধান, ইত্যাদি। যেনেঃ— অধি+কৃ=অধিকৰণ বা অধিকাৰ, অধি+পতি=অধিপতি, ইত্যাদি।

সু— অতিশয়, উজু, উত্তম, শুভ ইত্যাদি। যেনেঃ— সু+কঠিন, =সুকঠিন, সু+কোমল=সুকোমল, সু+গম্=সুগম, সু+খ্যাতি=সুখ্যাতি, সু+গন্ধ=সুগন্ধ, সু+লভ্=সুলভ ; ইত্যাদি।

উৎ— অতিশয়, ঊৰ্দ্ধ, শ্ৰেষ্ঠ, ডাঙৰ ইত্যাদি। যেনেঃ— উৎ+কণ্ঠ্=উৎকণ্ঠা, উৎ+তপ্ত=উত্তপ্ত, উৎ+তৃ=উত্তীৰ্ণ, উৎ+স্থা=উৎথিত, উৎ+পদ্=উৎপন্ন, উৎ+সাহ=উৎসাহ ; ইত্যাদি।

পৰি— সম্পূৰ্ণ, অতিশয়, সকলোপ্ৰকাৰে, সকলোকালে, বাহিৰ ইত্যাদি। যেনেঃ— পৰি+জ্ঞা=পৰিজ্ঞান, পৰি+নী=পৰিণয়, পৰি+তাপ=পৰিতাপ, পৰি+নম্=পৰিণাম, পৰি+কৃ=পৰিষ্কাৰ, পৰি+ধা=পৰিধি, পৰি+বৃ=পৰিবৃত, পৰি+শিষ্=পৰিশিষ্ট ; ইত্যাদি।

প্ৰতি— সলনি, নিমিত্তে, বিৰুদ্ধে, সন্মুখ, তুল্য ইত্যাদি। যেনেঃ— প্ৰতি+কৃ=প্ৰতিকাৰ, প্ৰতি+দান=প্ৰতিদান, প্ৰতি+গ্ৰহ=প্ৰতিগ্ৰহ,

প্ৰতি + দ্বন্দ + ইন্ = প্ৰতিদ্বন্দী, প্ৰতি + বদ = প্ৰতিবাদ, প্ৰতি + আসিন্ = প্ৰতিবাসী, প্ৰতি + বিম্ব = প্ৰতিবিম্ব, প্ৰতি + মূৰ্ত্তি = প্ৰতিমূৰ্ত্তি ; ইত্যাদি ।

অভি— সন্মুখ, প্ৰধান, ওচৰ, ভিতৰ, নীচ ইত্যাদি । যেনেঃ— অভি + গমন্ = অভিগমন্, অভি + ধান = অভিধান, অভি + নব = অভিনব, অভি + প্ৰি = অভিপ্ৰায়, অভি + ৰুচি = অভিৰুচি, অভি + যুজ্ = অভিযুক্ত, ঃ ইত্যাদি ।

অতি— অধিক, প্ৰধান, অতিশয় ইত্যাদি । যেনেঃ— অতি + ক্ৰম = অতিক্ৰম, অতি + ৰথিন্ = অতিৰথী, অতি + শী = অতিশয়, অতি + সৃ = অতিসাৰ ; ইত্যাদি ।

উপ— মূল নথকা, ওচৰ, সামান্য, তুল্য, ন্যূন, প্ৰায় ইত্যাদি । যেনেঃ—উপ + কথা = উপকথা, উপ + কুল = উপকুল, উপ + গুৰু = উপগুৰু, উপ + গ্ৰহ = উপগ্ৰহ, উপ + দিশ = উপদেশ, উপ + মা = উপমা, উপ + ৰুধ্ = উপৰোধ, উপ + শম্ = উপশম ; ইত্যাদি ।

আ— অলপ, ক্ষুদ্ৰ, পৰ্য্যন্ত, অৱধি, পুনৰ ইত্যাদি । যেনেঃ— আ + কাশ্ = আকাশ, আ + কৃ = আকাৰ, আ + কুল = আকুল, আ + গ্ৰহ = আগ্ৰহ, আ + জ্ঞা = আজ্ঞা, আ + দা = আদায়, আ + বধ্ = আবদ্ধ, আ + মুদ্ = আমোদ, আ + ৰভ্ = আৰম্ভ, আ + হৃ = আহাৰ ; ইত্যাদি ।

## ১৫ । শব্দমালা ।

অঁটা— জুৰি যোৱা, ভাগ অহা, নাটনি নপৰা ।
আঁতা— পানী ঢালি মাৰি-পুছি পৰিষ্কাৰ কৰা ।

অটল— অলৰ, লৰ-চৰ কৰিব নোৱাৰা, স্থিৰ ।
অতল— তলি নোহোৱা অগাধ ।

আঁট— জুৰি যা, যথেষ্ট-হ ।
আট— আটিলকৈ বান্ধ, টানি বান্ধ্ ।
আঁত— উঘা আদিত মেৰাই থোৱা সূতাৰ মুৰ ।

আঁচল— কাপোৰৰ আগ ভাগ।
আচল— মুল, ঘাই, বিজুতি, অনায়াসে বাব নোৱাৰা ঠাই।

আঁচাৰ— ব্যৱহাৰ, আচৰণ, তেল আদিত পেলাই খোৱা ফল-মূল।
আছাৰ— ভৰি পিছলি পৰ্, বলেৰে নিক্ষেপ কৰ্।

আফৰি— কমাৰ বা সোণাৰি শালৰ ভাতিৰ মুখৰ চুঙা।
আফৰী— উদ্যোগী, নিপুণ।

ঈশ— ঈশ্বৰ।
ঈস, ঈহ— আশ্চৰ্য্য বা তুচ্ছ ভাব প্ৰকাশ কৰা।
ঈহ— নাঙলৰ ডিলা মাৰি।

কঁটিয়া— হাল বাওঁতে গৰু-মহক জোঙা এচাৰিবে খোঁচ্।
কঁটিয়া— খোৱা বস্তু মুখত বলেৰে ভৰাই দিয়া।
কঁটীয়া— চুটি, চাপৰ।
কটীয়া— কটা মানুহ (খৰি কটীয়া)।
কতীয়া— কাতি মাহত হোৱা, হলদীয়া, কাতি হৈ থকা।

কঠ— মুঠা আদিৰে সজা আসন।
কথ— খৈৰ কাঠ সিজাই উলিওৱা আঠা

কঁথা— ফটা কানি গোটাই সিয়া নিহালি।
কথা— বাক্য, শব্দ, মত।
কঠা— আধা সেৰ খেৰা চাউল আদি জোখা-পাত্ৰ, কুৰি লোচা।

কণা— অতি ক্ষুদ্ৰ ভাগ, একণ, চকু নথকা।
কনা— কন্ধা, আটি।

কঁবাল— সল সলীয়া বা নিসজ কৰ্।
কবাল—বিকট, ভয়ঙ্কৰ, আঠাৰ দৰে ইটা আদি গথা বস্তু।

কাঁচ — এবিধ চকচকীয়া বস্তু, আঁক দি কাট্।
কাছ— কাছ মাছ।

কাণ— কৰ্ণ, দাঁতি।
কান— কান্ধ।

কাঁজি— কবিৰাজে কৰা এবিধ টেঙ্গা পানী।
কাজি— মছলমানৰ বিচাৰক।
কাজী— ভাল শিপিনী।

কাঠ— গছ।
কাথ— এটা জাতি, কায়স্থ।
ক্বাথ— দৰব সিজাই উলিওৱা ৰস।

কুট— চিহ্ন।
কূট— মিছা, টিং, মায়াঘৰ, নাঙলৰ গা ভাগ।

কুণ্ড— হোমৰ জুইৰ গাঁত, পানীৰ নাদ।
কুন্দ— এবিধ জন্ত্ৰ, এবিধ ফুল।

কুকৰা— এবিধ চৰাই।
কুক্ৰা— পূবৰ পৰা চলা বতাহ।

কুৰ— জাতি।
কূল— নৈৰ দাঁতি।

কুলি— এবিধ চৰাই।
কুলী— হজুৱা মানুহ।

কেঁটেলা— এবিধ পহু।
কেটেলা— ক্ষীণোৱা, গাড়ীৰ মাৰলি কাঠ

খটীয়া— শিং থকা এবিধ সৰু পহু।
খটিয়া— ঘনে ঘনে উদগা
খতিয়া— একে লগ কৰি লিখ্, সংগ্ৰহ কৰ্.
খতীয়া— কামত উপস্থিত নথকা কাল।

থাট— পালেং, মিনতি কৰ্, কাম কৰ্ ।

খাত— আঁতৰত থকা মাটি-বাৰী ।

খালি— শৰাধত চাউল দিবৰ নিমিত্তে কল পটুৱাৰে সজা পাত্ৰ ।

খালী— শুদা ।

খুঁত— খুন, দোষ ।

খুত— ৰাজকৰ, কাটল ।

ঘাঁট— মথ ।
ঘাট— নৈ বা পুখুৰীত উঠা-নমা কৰা বাট ।
ঘাঁত— একে বাৰেই বজোৱা তাল-খোল আদিৰ শব্দ ।

গঁড়— এবিধ জন্তু ।
গড়— কোঁঠ, কোনো বস্তুৰ তলত পাৰি দিয়া কাঠ, বাঁহ আদি ।

গিৰি— পৰ্ব্বত ।
গিৰী— গৰাকী ।

গাঁৰি— মুৰ নথকা গা ।
গাৰী
গাড়ী — চকৰি লগোৱা বাহন ।

গাদি— কটাৰীৰ পিঠি, বস্তুৰ দ'াতি ।
গাদী— মান্য লোকৰ আসন, হাতীৰ পিঠিত পৰা আসন ।

চণ্ড— বৰ খঙাল ।
ছন্দ— পদ্য ।

চট— অলপ পাণীত তল পৈ থকা বালি ।
চত— তলতীয়া অৱস্থা ।
চ'ত্ত— এটা মাহৰ নাম ।

কাণ— কৰ্ণ, দাঁতি।
কান— কান্ধ।

কাঁজি— কবিৰাজে কৰা এবিধ টেঙা পানী।
কাজি— মছলমানৰ বিচাৰক।
কাঞ্জী— ভাল শিপিনী।

কাঠ— গছ।
কাথ— এটা জাতি, কায়স্থ।
ক্বাথ— দৰৱ সিজাই উলিওৱা ৰস।

কুট— চিহ্ন।
কূট— মিছা, টিং, মায়াঘৰ, নাঙলৰ গা ভাগ।

কুণ্ড— হোমৰ জুইৰ গাঁত, পানীৰ নাদ।
কুন্দ— এবিধ যন্ত্ৰ, এবিধ ফুল।

কুকৰা— এবিধ চৰাই।
কুকুৰা— পুবৰ পৰা চলা বতাহ।

কুল— জাতি।
কূল— নৈৰ দাঁতি।

কুলি— এবিধ চৰাই।
কুলী— হজুৰা মানুহ।

কেঁটেলা— এবিধ পহু।
কেটেলা— ক্ষীণোৰা, গাড়ীৰ মাৰলি কাঠ

খটীয়া— শিং থকা এবিধ সৰু পহু।
খটিয়া— ঘনে ঘনে উদগা
খতিয়া— একে লগ কৰি লিখ, সংগ্ৰহ কৰ.
খতীয়া— কামত উপস্থিত নথকা কাল।

খাট— পালেং, মিনতি কৰ্, কাম কৰ্।
খাত— আঁতৰত থকা মাটি-বাৰী।

খালি— শৰাধত চাউল দিবৰ নিমিত্তে কল পটুৱাবে সজা পাত্ৰ।
খালী— শুদা।

খুঁত— ঘুন, দোষ।
খুত— ৰাজকৰ, কাটল।

ঘাঁট— মথ।
ঘাট— নৈ বা পুখুৰীত উঠা-নমা কৰা বাট।
ঘাঁত— একে বাৰেই বজোৱা তাল-খোল আদিৰ শব্দ।

গঁড়— এবিধ জন্তু।
গড়— কোঁঠ, কোনো বস্তুৰ তলত পাৰি দিয়া কাঠ, বাঁহ আদি।

গিৰি— পৰ্ব্বত।
গিৰী— গৰাকী।

গাঁৰি— মুৰ নথকা গা।
গাৰী / গাড়ী — চকৰি লগোৱা বাহন।

গাদি— কটাৰীৰ পিঠি, বস্তুৰ দাঁতি।
গাদী— মান্য লোকৰ আসন, হাতীৰ পিঠিত পৰা আসন।

চণ্ড— বৰ খঙাল।
ছন্দ— পদ্য।

চট— অলপ পানীত তল পৈ থকা বালি।
চত— তলতীয়া অৱস্থা।
চ'ন্ত— এটা মাহৰ নাম।

চকৰি— চকা, চক্ৰ।
চকৰী— মাইকী পখিলা।

চা— দৃষ্টিকৰ, দেখ্।
ছাঁ— ছায়া।
ছা— ঘৰেৰে ঘৰৰ চাল ঢাক্।

চাউনি— ঘৰৰ ওপৰত দিয়া ঘৰৰ ঢাকনি।
ছাউনী— যুদ্ধ ক্ষেত্ৰত সৈন্যৰ থকা ঠাই।

ছাটি— তিৰবিৰনি, হাতেৰে এবাৰত যিমান পাণী আদি নিক্ষেপ কৰা যায়।
ছাতি— বদ-বৰষুণৰ পৰা গা ঢকা এবিধ বস্তু।

চাল— ঘৰৰ ওপৰৰ আচ্ছাদন।
ছাল— বাকলি।

ছিতা— মৰামানুহ পোৱা কাঠৰ দম।
ছিটা— গাত ঘা কৰি সোঁচাবোৱা বসন্ত, বা পাণী আদিৰ উকৰি পৰা বিন্দু।

চুটি— চাপৰ, খোৱাৰ লৰ।
ছুটী— বিদায়।

ছেঁই— গুটিৰ ভঁৰাল।
ছেই— কুকুৰ খেদোৱা মাত।

চৈ— এবিধ লতা।
ছৈ— নাও আদিৰ চাল, ঢাকনি।

জঁকা— হাৰ-মূৰ মাথোন দেখুৱা প্ৰাণীৰ আকৃতি, খং তোলা।
জকা— ভাত আদি বন্ধা পাত্ৰ।

জাণ— বুজ।
জান— জুৰি।
যান বাহন।

জীণ— হজম ।
জীন— ঘোৰাৰ গাদী ।

জোঁটনি— জোটা কাৰ্যা ।
জোটনি— দুটা বস্তু গোটাই বন্ধা জৰী ।
যোটনি— গাঁথনি ।

জোৰা— সন্ধি, ৰাশিৰ মিল, সুৰ মিলাই একেটা কৰ্ ।
যোৰা— গায়ন-বায়নৰ সমূহ ।

তলি— পাত্ৰ বা আন কোনো বস্তুৰ তলৰ ভাগ ।
তলী— খেতি কৰা মাটি ।

টাটী— জেওৰা ।
তাঁতী— কাপোৰ বোৱা ব্যৱসায় কৰা মানুহ ।

টাঁৰ— মাটি জোখা অঠহতীয়া মাৰি ।
টাৰ— হাতত পিন্ধা এবিধ অলঙ্কাৰ ।
তাৰ— উদ্ধাৰ কৰ্ ।

টান— কঠিন ।
তান— ৰাগিণী ।

টিয়া— এবিধ ভাটৌ ।
তীয়া— দুদিন থাকি এদিন হোৱা (তীয়াজ্বৰ) ।

থান— ঠাই, সত্ৰ, কাপোৰৰ থান ।
ঠান— গড় ।

ডঁৰ— অৰ্থ দণ্ড ।
ডৰ— ভয় ।
দৰ— মূল্য ।

ডাঁৰি— ৰৰশী বোৱা দীঘল মাৰি ।
ডাৰি— থেঁতোৰাত গজা নোম ।

চকৰি— চকা, চক্ৰ।
চকৰী— মাইকী পখিলা।

চা— দৃষ্টিকৰ, দেখ্।
ছাঁ— ছায়া।
ছা— খেৰেৰে ঘৰৰ চাল ঢাক্।

চাউনি— ঘৰৰ ওপৰত দিয়া খেৰৰ ঢাকনি।
ছাউনী— যুদ্ধ ক্ষেত্ৰত সৈন্যৰ থকা ঠাই।

ছাটি— তিৰবিৰনি, হাতেৰে এবাৰত যিমান পাণী আদি নিক্ষেপ কৰা যায়।
ছাতি— বদ-বৰষুণৰ পৰা গা ঢকা এবিধ বস্তু।

চাল— ঘৰৰ ওপৰৰ আচ্ছাদন।
ছাল— বাকলি।

ছিতা— মৰামানুহ পোৰা কাঠৰ দম।
ছিটা— গাত ঘা কৰি সোঁচাবোৰা বসন্ত, বা পাণী আদিৰ উফৰি পৰা বিন্দু।

চুটি— চাপৰ, খোৰাৰ লৰ।
ছুটী— বিদায়।

ছেঁই— গুটিৰ ভঁৰাল।
ছেই— কুকুৰ খেদোৱা মাত।

চৈ— এবিধ লতা।
ছৈ— নাও আদিৰ চাল, ঢাকনি।

জঁকা— হাৰ-মূৰ মাথোন দেখুৱা প্ৰাণীৰ আকৃতি, থং তোলা।
জকা— ভাত আদি বন্ধা পাত্ৰ।

জাণ— বুজ।
জান— জুৰি।
যান বাহন।

জীণ— হজম।
জীন— ঘোৰাৰ গাদী।

জোঁটনি— জোটা কাৰ্য্য।
জোটনি— দুটা বস্তু গোটাই বন্ধা জৰী।
যোটনি— গাঁথনি।

জোৰা— সন্ধি, বাঁশিৰ মিল, সুৰ মিলাই একেটা কৰ্।
যোৰা— গায়ন-বায়নৰ সমূহ।

তলি— পাত্ৰ বা আন কোনো বস্তুৰ তলৰ ভাগ।
তলী— খেতি কৰা মাটি।

টাটী— জেওৰা।
তাঁতী— কাপোৰ বোৱা ব্যৱসায় কৰা মানুহ।

টাঁৰ— মাটি জোখা অঠহতীয়া মাৰি।
টাৰ— হাতত পিন্ধা এবিধ অলঙ্কাৰ।
তাৰ— উদ্ধাৰ কৰ্।

টান— কঠিন।
তান— ৰাগিণী।

টিয়া— এবিধ ভাটৌ।
তীয়া— দুদিন থাকি এদিন হোৱা (তীয়াজ্বৰ)।

থান— ঠাই, সত্ৰ, কাপোৰৰ থান।
ঠান— গঢ়।

ডঁৰ— অৰ্থ দণ্ড।
ডৰ— ভয়।
দৰ— মূল্য।

ডাঁৰি— ৰবণী বোৱা দীঘল মাৰি।
ডাৰি— থোঁতোৰাত গজা নোম।

দিন— কাল, সময় ।
দীন— দুখীয়া ।

ঢাৰি— বাঁহৰ আসন
ধাৰী— আধাৰৰূপে ধৰোঁতা ।

ধুতি— শুচি ।
ধুতী— চুৰিয়া ।

নাঠ— হানি ।
নাথ— প্ৰভু, গৰাকী, গোটাই বান্ধ্ ।

নিয়তি— দশা, কপাল, প্ৰকৃতি ।
নিয়তী— যি নিয়ে (স্ত্ৰী) ।
নিয়ঁতী— ফেঁচা ।

পাটী— এবিধ মিহি ঢাৰি ।
পাঁতি— শাৰী ।
পাতি— সৰু, সামান্য ।

পাণি— হাত ।
পানী— জল ।

পিত— সাহ, জন্তুৰ বুকুত থকা হালধীয়া আৰু তিতা এবিধ ৰস
পিট— মাৰ্, পানীৰ ওপৰত ডাঠ হৈ গজাবন ।

পুঠী— এবিধ মাছ ।
পুথি,— কিতাপ ।

ফনি— কাকৈ, চুলি মেলোৱা সঁজুলি ।
ফণী— সাপ ।

বঁটা— পুৰস্কাৰ, ভাগ কৰা ।
বটা— তামোলৰ পাত্ৰ, এবিধ সৰু চৰাই ।
বতা— এবিধ সৰু বন, বন পৰি থকা মাটি ।

{ বাগি— টেঙ্গৰালি, কাইটীয়া এবিধ সৰু গছ।
{ বাগী — ঘোঁৰাই টনা গাড়ী।

{ বাঁজী— বন্ধ্যা, সন্তান নোহোৱা তিৰোতা।
{ বাজী — ঘোৰা, ভেলেকী।

{ বাণি— কাপোৰৰ পথালি ফাল।
{ বাণী— বাক্য, মাত, সৰস্বতী।

{ বাঁৰী— বিধৱা।
{ বাৰী— ঘৰ-দুৱাৰ আদি থকা ঠাই।
{ বাৰি— পাণী।

{ বিশাল— বহল, ডাঙ্গৰ।
{ বিষাল — বিষযুক্ত, বিষ থকা।

{ ভাটী— নৈৰ নাম ভাগ, দেশৰ পশ্চিম দিশ।
{ ভাতী— কমাৰ শাল আদিৰ জুইত বতাহ লগোৱা যতন।

{ ভেঁটি— ঘৰৰ ভেঁটি।
{ ভেঁটী— উপ ঢোকন।

{ লাঠী— ঢোকোন, টাঙ্গন।
{ লাথি— গোৰ, ভৰিৰে আঘাত।

{ শকট— বোজা কঢ়িওৱা গাড়ী।
{ শকত— পুষ্ট, ডাঙ্গৰ।

{ শাপ— শাও, গালি।
{ সাপ— ফণী।

{ শান্তি— স্থিৰতা।
{ শান্তী— পতিব্ৰতা।

{ শিৰ— মূৰ।
{ সিৰ— তেজচলা নাড়ী।

শুচি— পবিত্ৰ, নিৰ্ম্মল।
সূচি— বেজী।
সূচী— নিৰ্ঘণ্ট।

হাটী— পঢ়াশলীয়া ছাত্ৰ বা সত্ৰৰ ভকত থকা হাট-বজাৰৰ দৰে লানীকৈ সজা ঘৰ সমূহ।
হাতী— জন্তুবিশেষ। ইত্যাদি।

তলত দিয়া শব্দবোৰ উভয় প্ৰকাৰে শুদ্ধ।

অথন্তৰ— অথান্তৰ।
অভিলাষ - অভিলাস।
আঁউসী— আঁউহী।
আমিন— আমীন্।
আৰলি— আৰলী।
আয়ুস— আয়ু।
ঈৰ্ষা— ঈৰ্ষ্যা।
উজটি— উজুটি।
উকিল— উকীল।
কোশ, কোষ।
গামচা, গামোচা।
ঘোঁকোটা, ঘোঁকটা।
চঞ্চু, চঞ্চূ।
চাবন, চবোন।
চিঞৰ, চিয়ঁৰ।
চোঁচৰা, চোঁচোৰা।
ছোঁহৰা, ছোহোৰা।
উদাসিন— উদাসীন।
উপৰীয়া— উপকৰা।
একান্নৰে— একান্নে।
ওলটা— ওলোটা।
ওলমা— ওলোমা।
কণ্ঠি— কণ্ঠী।
কাপোৰ— কাপৰ।
কুটিৰ— কুটীৰ।
কেচু— কেঁচু।
তৰণি, তৰণী।
তৰি, তৰী।
থোক, থোকা।
থোপ, থোপা।
দাপণ, দাপোণ।
ধুলি, ধুলী।
ধোন্দাল, ধোন্দোলা।
নাড়ি, নাড়ী।

জক্‌মক্‌, ঝক্‌মক্‌।
জরণি, ঝরণি।
জাপ, ঝাপ।
জারী, ঝারী।
জানেচা, জানেরা।
জিলী, ঝিলী।
জুরি, ঝুরি।
জোকার, ঝোকার।
টাঙ্গন, টাঙ্গোন।
টেটন, টেটোন।
টোকন, টোকোন।
ঢাকন, ঢাকনি।
তন্দ্র, তন্দ্র।
বুক, বুকু।
বেণি, বেণী।
ভঙ্গি, ভঙ্গী।
ভাকরী, ভাখরী।
মাবলি, মাবলী।
মুররী, মুরলী।
যমরজা, যমরাজা
যাঠি, যাঠী।
লাটিম, লাটুম।
লাল, লালটি।
শাউ, শাও।
নাভি, নাভী।
নিজরা, নিঝরা।
নিটল, নিটাল।
পাঁজী, পাঁজি।
পিপলি, পিপলী।
পুখুরি, পুখুরী।
পুত্র, পুত্র।
পুথি, পুথী।
পুরি, পুরী।
প্রত্যুষ, প্রত্যুস
প্রহাদ, প্রহ্লাদ।
বগারি, বগরী।
বাকল, বাকুলী।
সতিসন্ততি, সতিসন্তান।
সপরিবারে, সপরিয়ালে।
সুরভি, সুরভী।
সোণালী সোণোরালী।
হাবিলাষ, হাবিলাহ।
হেলঙ্কি, হেলঙ্কী।
হোঁহঁকা, হোঁহোঁকা।
হো-হো, হোঁ-হো।
ইত্যাদি।

---

সমাপ্ত।

শুচি— পবিত্ৰ, নিৰ্ম্মল।
সূচি— বেজী।
সূচী— নিৰ্ঘণ্ট।

হাটী— পঢ়াশলীয়া ছাত্ৰ বা সত্ৰৰ ভকত থকা হাট-বজাৰৰ দৰে শালীকৈ সজা ঘৰ সমূহ।
হাতী— জন্তুবিশেষ। ইত্যাদি।

তলত দিয়া শব্দবোৰ উভয় প্ৰকাৰে শুদ্ধ।

অথন্তৰ— অথান্তৰ।
অভিলাষ— অভিলাস।
আঁউসী— আঁউহী।
আমিন— আমীন্।
আৰলি— আৰলী।
আয়ুস— আয়ু।
ঈৰ্ষা— ঈৰ্ষ্যা।
উজটি— উজুটি।
উকিল— উকীল।
কোশ, কোষ।
গামচা, গামোচা।
ঘোঁকোটা, ঘোঁকটা।
চঞ্চু, চঞ্চূ।
চাবন, চবোন।
চিঞৰ, চিয়ঁৰ।
চোঁচবা, চোঁচোবা।
ছোহবা, ছোহোবা।
উদাসিন— উদাসীন।
উপবীয়া— উপকৰা।
একান্নৰৈ— একান্নৈ।
ওলটা— ওলোটা।
ওলমা— ওলোমা।
বস্তি— কস্তী।
কাপোৰ— কাপৰ।
কুটিৰ— কুটীৰ।
কেঁচু— কেঁচু।
তৰণি, তৰণী।
তৰি, তৰী।
থোক, থোকা।
থোপ, থোপা।
দাপণ, দাপোণ।
ধুলি, ধূলী।
ধোন্দাল, ধোন্দোলা।
নাড়ি, নাড়ী।

জক্‌মক্‌, ঝক্‌মক্‌।
জবণি, ঝরণি।
জাপ, ঝাপ।
জারী, ঝারী।
জানেচা, জানেরা।
জিলী, ঝিলী।
জুরি, ঝুরি।
জোকার, ঝোকার।
টাঙ্গন, টাঙ্গোন।
টেটন, টেটোন।
টোকন, টোকোন।
ঢাকন, ঢাকনি।
তন্ন, তন্ন।
বুক, বুকু।
বেণি, বেণী।
ভঙ্গি, ভঙ্গী।
ভাকরী, ভাখরী।
মারলি, মারলী।
মুরবী, মুরলী।
যমরজা, যমরাজা
যাঠি, যাঠী।
লাটিম, লাটুম।
লাল, লালটি।
শাউ, শাও।
নাভি, নাভী।
নিজরা, নিঝরা।
নিটল, নিটাল।
পাঁজী, পাঁজি।
পিপলি, পিপলী।
পুখুরি, পুখুরী।
পুত্র, পুত্র।
পুথি, পুথী।
পুরি, পুরী।
প্রত্যুষ, প্রত্যুস
প্রহ্লাদ, প্রহ্লাদ।
বগরি, বগরী।
বাকল, বাকুলী।
সন্ততিসন্ততি, সন্ততিসন্তান।
সপরিবারে, সপরিয়ালে।
সুরভি, সুরভী।
সোণালী সোণোয়ালী।
হাবিলায, হাবিলাহ।
হেলঙ্কি, হেলঙ্কী।
হোঁহঁকা, হোঁহোঁকা।
হো-হো, হৌ-হৌ।
ইত্যাদি।

---

সমাপ্ত।